# বৈচিত্ৰময় ইউৰোপ

পৱিত্ৰ তালুকদাৰ

শ্ৰীগৌৰী প্ৰকাশন
লাৱণ্য প্ৰেছ, উজানবজাৰ, গুৱাহাটী-৭৮১০০১
অসম

BAICHITRAMOI EUROPE : A traveller's diary of Shri Pabitra Talukdar on Beirut, Cairo, Athens, Rome, Vatican, Venice, Geneva, Munich, Frankfurt, Paris, Brussels, London & Copenhagen.

প্ৰথম প্ৰকাশ ১৯৭৯

মূল্য—১০.

প্ৰকাশক :
শ্ৰীগৌৰী প্ৰকাশন
লাৱণ্য প্ৰেছ, গুৱাহাটী—১



ছপাওঁতা :
লাৱণ্য প্ৰেছ, উজানবজাৰ
গুৱাহাটী—৭৮১০০১

মোৰ পৰম আৰাধ্য পিতৃদেৱ
৺শ্ৰীগৌৰীকান্ত তালুকদাৰৰ
শ্ৰীচৰণত উৎসৰ্গ কৰিলোঁ।

পৱিত্ৰ তালুকদাৰ



## উপহাৰ

শ্ৰদ্ধেয় সম্পাদক, [illegible]
অসমবাণীত [illegible]
[illegible] দিলোঁ।

শ্ৰী[illegible]
[illegible]

১৫/৭/৮০

নিবেদন,

আমাৰ এই ভ্ৰমণ কাহিনীত মই মোৰ সাধাৰণ দৃষ্টিৰে, সীমিত জ্ঞানেৰে, যি দেখিলোঁ, যি শিকিলোঁ তাকেই সাধাৰণ ভাবে বৰ্ণাই গলোঁ।

ইংৰাজী শব্দবোৰৰ অসমীয়া প্ৰতিশব্দ বিচাৰিব নগলোঁ। কাৰণ শুৱলা প্ৰতিশব্দ ব্যৱহাৰ কৰিব নোৱাৰিলে শ্ৰুতিমধুৰ নহব বুলিয়েই বাদ দিলো। তদুপৰি আজিৰ শিক্ষিত অসমীয়া সমাজে কথা কওঁতে এই ইংৰাজী শব্দবোৰ ব্যৱহাৰো কৰে।

ছবিবোৰ মই নিজে আৰু শ্ৰীমুনীন দত্ত বৰুৱাই লোৱা। কেইখনমান ছবি সংগ্ৰহ কৰিও দিয়া হৈছে। ১৯৭১ চনতে ভ্ৰমণলৈ গৈ আজি ইমান বছৰে যে কিতাপখন প্ৰকাশ কৰিব পৰা নাই তাৰমানে আমি "লেণ্ড অৰ লাহে লাহে" দেশৰ কাৰণেই নেকি? কথাষাৰ দেখোন মোৰ ক্ষেত্ৰত মিলিছে। তদুপৰি শ্ৰীমতী প্ৰভাৰ তাগিদা ন'হলে চাগে আৰু পলম হ'লহেঁতেন। তথাপিও নানান ভুলে-ভ্ৰান্তিৰে পঢ়ুৱৈ সমাজৰ আগলৈ উলিয়াই দিলোঁ। পঢ়ুৱৈ সমাজে ভাল পালে আৰু ভাইটি-ভণ্টি সকলে ইউৰোপৰ বিভিন্ন দেশৰ সামান্য আভাষ পালে মোৰ শ্ৰম সাৰ্থক হ'ব।

প্ৰথম লিখা হিচাবে পঢ়ুৱৈ সমাজে দোষবোৰ আঙুলিয়াই দিলে ভৱিষ্যতলৈও উদগনি পাম।

লাৱণ্য প্ৰেছ
উজানবজাৰ, গুৱাহাটী-১

পবিত্ৰ [illegible]



## সূচীপত্ৰ



১৯৭১ চনৰ আগষ্ট মাহৰ এদিন সন্ধিয়া আমাৰ বন্ধু শ্ৰীধীৰেন্দ্ৰধৰ বৰুৱা আহি আমাৰ প্ৰেছৰ অফিছৰুমৰ বাহিৰত থিয়হৈ মোক বাহিৰলৈ মাতি পঠিয়ালে, মই মোৰ গ্ৰাহক দুজনক বিদায় দি ধীৰেণৰ কাষলৈ আহিলো। ধীৰেণে পোনেই আৰম্ভ কৰিলে— "ফৰেইনলৈ যাবা নেকি ?" হঠাৎ সেই প্ৰশ্ন শুনি মোৰ মনৰ গভীৰ তলিত পৰি থকা আশা-আকাংক্ষাবোৰে সাৰ পাই উঠি হুলস্থূল লগাই দিলে। ধীৰেণে ক'লে, আমাৰ শ্ৰীৰমনী বৰুৱাৰ ছোৱালী শ্ৰীমতী ৰাখি বৰুৱাই বৰ্ত্তমান বি-এচ-এচ ট্ৰেভেলচ্‌ত কাম কৰি আছে আৰু বি-এচ-এচে ফৰেইন টুৰৰ এটা দলৰ ব্যৱস্থা কৰিছে। ঠাইবোৰ হ'ল—বেইৰুট, কাইৰো, এথেন্স, ৰোম, ভেটিকান, ভেনিচ, পেৰিচ, জেনেভা, ফ্ৰেঙ্ক-ফ্ৰুট, মুঞ্চেন ( মিউনিক ), ব্ৰাচেল্চ, লণ্ডন আৰু কোপেনহেগেন্। লগে লগে ধীৰেণক কলো, তুমি মোৰ আৰু মোৰ পৰিবাৰৰ নামত দুজন যাত্ৰীৰ নাম লিখিব পাৰা। পিচদিনা শ্ৰীমতী ৰাখি বৰুৱাৰ পৰা ফোন পালোঁ। লগে লগে ফৰ্ম আদি আহিল। পাচপোৰ্ট, ভিচাৰ ব্যৱস্থা হ'ল। প্ৰায় এমাহৰ ভিতৰত আমাৰ অসমৰপৰা শ্ৰীমতী ৰাখি বৰুৱাৰ অশেষ যত্নত বিদেশ ভ্ৰমণত ১৪ গৰাকী যাত্ৰী ওলাল। শ্ৰীমতী ৰাখি বৰুৱা নথকা হলে আমাৰ এই ভ্ৰমণ চাগৈ ন'হলহেঁতেন। কাৰণ তাৰ পিচত আজি ইমান বছৰে বিদেশ ভ্ৰমণৰ কোনো নতুন দলৰ ব্যৱস্থা হোৱা নাই। সেই কেইদিন শ্ৰীমতী ৰাখিয়ে প্ৰত্যেক যাত্ৰীলৈ দিনে অন্ততঃ তিনি চাৰিবাৰ ফোন কৰি আটাইৰে পাচপোৰ্ট, ভিচা, ফটো, হেল্‌থ্ চাৰ্টিফিকেট আদিৰ ব্যৱস্থা কৰিছিল।

৮ চেপ্তেম্বৰ, ১৯৭১

ৰাতিপুৱা ৯ বজাত প্ৰথম ফ্লাইটত IC 206 প্লেনত আমি গুৱাহাটীৰ বৰঝাৰ এয়াৰপোৰ্টৰ পৰা বি-এচ-এচৰ দ্বাৰা আয়োজিত মহাৰাজা ভ্ৰমণত ইউৰোপ ভ্ৰমণৰ বাবে ওলালোঁ। অসমৰপৰা ওলোৱা যাত্ৰীসকলক তলৰ ছবিত চিনাকী কৰি দিলোঁ।




বাওঁফালৰ পৰা—
সৰ্ব্বশ্ৰী— ইৰাণী হাজৰিকা, বলভদ্ৰ দাস, ইৰা দুৱৰা, অনিল চৌধুৰী, লিলি চৌধুৰী, ৰমেশ চৌধুৰী, লখিমী চৌধুৰী, মিৰি হাজৰিকা, বীণা বৰুৱা, ধীৰেন্দ্ৰধৰ বৰুৱা, প্ৰভা তালুকদাৰ, পবিত্ৰ তালুকদাৰ, মনোৰমা দত্তবৰুৱা, মুনীন দত্তবৰুৱা আৰু ভূপালৰ শ্ৰীমতী আলভিক কলিকতাৰ এয়াৰ ইণ্ডিয়া কাউণ্টাৰৰ সন্মুখত লোৱা ছবিত দেখা গৈছে।



ধীৰেণ বৰুৱাক আগবঢ়াই থবলৈ তেওঁৰ ভায়েক মইনা আৰু পৰিয়ালৰ ল'ৰা-ছোৱালীৰে ভৰপূৰ এখন চিটিবাছ এয়াৰপোৰ্ট পালেহি। আমি প্ৰত্যেকে নিজৰ নিজৰ পৰিয়ালৰপৰা মৰম আৰু আশীৰ্ব্বাদলৈ দিনৰ ১১ বজাত কলিকতাৰ দমদম্ এয়াৰপোৰ্ট পাওঁ। এই বিদেশ ভ্ৰমণত আমাৰ প্ৰত্যেকৰে ৬৬৬৬ টকাকৈ টিকেটত পৰিছিল। তাৰে পৰা প্ৰত্যেক যাত্ৰীকে আকৌ ৰিজাৰ্ভবেঙ্কে ১০০ এমেৰিকান ডলাৰ দিছিল। টিকেটৰ দামৰ ভিতৰত অহা-যোৱা, ছোৱা-চিতা, হোটেলত থকা খোৱা আদিও আছিল, মাত্ৰ কলিকতালৈ অহা-যোৱা খৰছতোহে বেলেগ আছিল।

আগতে খবৰ দিয়া আৰু অসম চৰকাৰৰপৰা অনুমতি পত্ৰ লৈ অহাৰ পিছতো অসম হাউছত আমি কোনোৱে ঠাই নাপালোঁ। উপাই নাপাই আমি বেলেগ বেলেগ হোটেলত থাকিব লগা হ'ল।

আমাৰ বি-এচ-এচৰ দলটো এয়াৰ ইণ্ডিয়াৰ কণ্ট্ৰেক মতে কম হোৱাত কলিকতাৰ অৰিয়েণ্ট ট্ৰেভেল্‌চৰ পক্ষৰপৰা আৰু এঘাৰ জন ইউৰোপ ভ্ৰমণকাৰী আমাৰ লগত ওলাল। অৰিয়েণ্ট ট্ৰেভেল্‌চৰ দিবাকৰ চৌধুৰী নামৰ চেঙেলীয়া ল'ৰা এজনক আমাৰ গাইড্ হিচাবে লগত দিলে। কলিকতাৰপৰা আমাৰ দলত যোগ দিলে সৰ্ব্বশ্ৰী আৰু শ্ৰীমতী মুখাৰ্জ্জী, বাৰিক, চন্দ্ৰ, আল্‌ভি (ভূপালৰ)' ৰায়, অজিত আৰু আন এজন শিখ যুৱক।

৯ চেপ্তেম্বৰ

ৰাতিপুৱা ৯ মান বজাত আমি বৃটিছ হাই কমিচনৰ অফিচলৈ যাওঁ। তাত একোখন ফৰ্ম ভৰ্ত্তি কৰি ভিচা আদি থিক কৰি লওঁ। পিছত আমি অৰ্থাৎ শ্ৰীমতী লখিমী চৌধুৰী, শ্ৰী আৰু শ্ৰীমতী ধীৰেণ বৰুৱা, মই আৰু মোৰ পৰিবাৰে সৰু-সুৰা বজাৰ অলপ কৰোঁ। গধূলী ষ্টাৰ থিয়েটাৰত "সীমা" নামৰ অতি সুন্দৰ বঙালী নাটকখন চাওঁ।

পিছদিনা অৰ্থাৎ ১০ চেপ্তেম্বৰৰ দিনা আমি নিউমাৰ্কেটত অলপ অচৰপ বজাৰ কৰোঁ। সেইদিনা সন্ধিয়া ছয় বজাত অৰিয়েণ্ট

ট্ৰেভেল্‌ছৰ শ্ৰীএইচ্‌ সিঙে হোটেল হিন্দুস্থান ইণ্টাৰনেচনেলত আমাৰ দলটোক এখন চাহমেলত আপ্যায়িত কৰে আৰু বিদেশ যাত্ৰাৰ নিয়ম-নীতিৰ বিষয়ে কিছু কথা চমুকৈ কৈ আমাৰ যাত্ৰা শুভ হওঁক বুলি বিদায় সম্ভাষণ জনায়।

**১১ চেপ্তেম্বৰ**

সন্ধিয়া ৬.১৫ মিনিটত এয়াৰ ইণ্ডিয়াৰ বাছেৰে আমি দম্‌দম্‌ এয়াৰপোৰ্ট পালোঁ। তাত কাষ্টম্‌চৰ নিয়মবোৰ হৈ যোৱাৰ পিচত (Security checking) মানে কোনো যাত্ৰীয়ে বন্দুক, পিষ্টল আদি নি হাইজেক্‌ কৰিব পাৰে বুলি প্ৰত্যেকৰে গা খানাতালাচ কৰি চালে। নিশা ৮-৪৫ মিনিটত এয়াৰ ইণ্ডিয়াৰ AI-115 A Boing 707 প্লেনত উঠাৰ লগে লগে চেতাৰৰ সুমধুৰ সঙ্গীত বাজি উঠিল। সেই সময়ত আমি ভগৱানৰ নাম লৈছিলোঁ। যেন আমাৰ সকলোকে সুকলমে বিদেশ ভ্ৰমণৰ পাছত আকৌ আমাৰ দেশলৈ ওভোটাই আনে।

প্লেনৰ ধুনীয়া এয়াৰ হোষ্টেজ এজনীয়ে সকলো যাত্ৰীকে স্বাগত সম্ভাষণ জনালে ইংৰাজী আৰু হিন্দীৰে। লগে লগে আমাৰ প্ৰত্যেকৰে সন্মুখত লাইট জ্বলি উঠিল। তাত লিখা আছে প্ৰত্যেকে চিট বেল্টেৰে নিজৰ নিজৰ ককালত বান্ধি ল'ব লাগে আৰু চিগাৰেট নুমাব লাগে। পিচত আন এজন অফিচাৰে আহি অক্সিজেন মাক্সটো ক'ত থাকে, কেতিয়াবা বেছি ওপৰলৈ গ'লে উশাহ লোৱাত অসুবিধা হ'লে কেনেকৈ অক্সিজেন মাক্স ব্যৱহাৰ কৰিব লাগে তাকে দেখুৱালে। এই ব্যৱস্থা সদায় যি কোনো প্লেনত উঠাৰ সময়তেই দেখুৱায়। এইটো ইণ্টাৰনেচনেল এয়াৰ লাইনবোৰৰ আইনৰ ব্যৱস্থা। জেট বিমানবোৰ বৰ্ত্তমান ভ্ৰমণৰ এক অতি আধুনিক বাহন। ইয়াৰ গতি বেগ বেছি, কেইবাশও যাত্ৰী ধৰে। বহা আসনবোৰ বেচ আৰাম দায়ক। প্ৰতিখন আসনত থকা বোটাম একোটা টিপিলে আসন খন হালি যায় আৰু সুন্দৰকৈ শুই যাব পাৰি। প্ৰত্যেক আসনৰ ওপৰত থকা বাকচত বতাহেৰে ফুলাই থোৱা গাৰু আৰু একোখন কম্বল থাকে। দৰকাৰ মতে নিজে লৈ ব্যৱহাৰ কৰিব পাৰি বা এয়াৰ



হোষ্টেজক ক'লে উলিয়াই দিয়ে। প্ৰত্যেক আসনৰ ওপৰত এটা সৰু লাইট আৰু এটা সৰু ফুটাৰে জোৰকৈ বতাহ মাৰি পঠিওৱা যন্ত্ৰ আছে—যাত্ৰী জনৰ গৰম লাগিলে নিজৰ গালৈ পোনাই লব পাৰি। তাৰোপৰি প্লেনৰ হোষ্টেজ গৰাকীক মাতিবলৈ বেলএটাও আছে। কাষৰ আইনাৰ খিৰিকিৰ পৰ্দাবোৰ ইচ্ছা কৰিলে বন্ধ কৰি লব পাৰি। বোম্বে পোৱাৰ আগতে এয়াৰ ইণ্ডিয়াৰ প্লেনত আমাক ডিনাৰ (নিশাৰ আহাৰ) দিয়ে। নিশা ১১-৪৫ত বোম্বেৰ চাণ্টাক্ৰুজ এয়াৰপোৰ্ট পাওঁ। চাণ্টাক্ৰুজ এয়াৰপোৰ্টৰ লাউঞ্জত ঘূৰি ফুৰি ডকুমেণ্টৰী চিনেমা আদি চাই কটাও। নিশা এক বজাত এয়াৰ ইণ্ডিয়াৰ বোইঙত উৰা মাৰি নিশা ৩-১৫ মিনিটত টেহ্‌ৰাণ পাওঁ। এৰোপ্লেনৰপৰা টেহ্‌ৰাণখন এখন ৰম্যপুৰী যেন লাগিল। কেইবামাইলো জুৰি লাইটৰ মালা। শাৰী শাৰী নিয়ন লাইটৰ পোহৰৰ বিৰাট মেলা যেন লাগিল। টোপনিৰ মাজতে আমি প্লেনৰপৰা নিশাৰ টেহ্‌ৰাণৰ অপৰূপ দৃশ্য চোৱাত লাগিলোঁ। সেইবছৰ টেহ্‌ৰাণৰ ৰজা শ্বাহৰ কিবা এটা উৎসৱ আছিল।

ইৰাণৰ ৰাজধানী টেহ্‌ৰাণ। ইৰাণ শব্দটো (Iran) আহিছে আৰ্য্য (Arya) শব্দৰ অপভ্ৰংশ হিচাবে। আৰ্য্য মানে হ'ল সম্ভ্ৰান্ত। এই শব্দটো প্ৰথমে ব্যৱহাৰ কৰিছিল প্লেটোৰ মানুহে। ইৰাণৰ মাটি কালি হ'ল—৬,৩০,০০০ বৰ্গ মাইল। জনসংখ্যা ২৩ নিযুত। ৰাজধানী টেহ্‌ৰাণৰ জনসংখ্যা ২,২০০,০০০ৰ ওপৰত। ধৰ্ম্ম—মুছলিম। ভাষা- আধুনিক পাৰ্চিয়ান। মুদ্ৰাৰ নাম-ৰিয়াল, টেহ্‌ৰাণৰ উচ্চতা সাগৰৰ পিঠিৰ পৰা ৩,৮৫০ফুট। ১৭৮৮ চনৰেপৰা টেহ্‌ৰাণ ইৰাণৰ ৰাজধানী আৰু ৰজা শ্বাহে শাসন চলাই।

টেহ্‌ৰাণৰ মেহৰাদাবাদ (Mehradabad) এয়াৰপোৰ্টত সেই-নিশা তিনিবজাৰপৰা পুৰা ৯-১৫ লৈ আমি বহি শুই কটাবলগীয়া হোৱাটোৰেই আমাৰ ইউৰোপ ভ্ৰমণৰ আটাইতকৈ বিৰক্তিকৰ কথা হৈছিল। বহি কটোৱাৰ লগতে টোপনি ক্ষতি। পুৰা ৭-৩০ বজাত পেন এমেৰিকান প্লেন আহি আমাক নিব লাগিছিল কিন্তু প্লেন আহিল ৯-১৫ মিনিটত। টেহ্‌ৰাণ আমাৰ ভ্ৰমণ সুচীত নথকা

টেহৰাণ

বাবেই আমি এয়াৰপোৰ্টত বহি শুই কটাবলগীয়া হ'ল। নহলে আমি অন্ততঃ টেহ্ৰাণ নগৰীখনেই চাব পাৰিলোহেঁতেন।

টেহ্ৰাণৰ মানুহবোৰ বেচ স্বাস্থ্যৱান আৰু ধুনীয়া। তিৰোতা বিলাকে ক'লা বোৰ্খা পিন্ধে। বোৰ্খাৰ তলত নাৰীৰ অপৰূপ সৌন্দৰ্য্য তুলনা কৰিব নোৱাৰি। যেতিয়া তেওঁলোকে আমাৰ প্লেনত অহা তেওঁলোকৰ আত্মীয় স্বজনক বোৰ্খা দাঙি হাত জোকাৰি জোকাৰি বিদায় দিছিল— সেই নাৰীৰ কমনীয়তা, হাঁহি, সৌন্দৰ্য্য আৰু ৰূপে আমাৰ মনত বিশ্বখনিকৰৰ নিখুট সৃষ্টিৰ এক অনুৰাগৰ ঢৌ তুলিছিল। তেওঁলোকৰ নাক, মুখ, শৰীৰৰ গঠন, গাৰ ৰঙৰ কি অপুৰ্ব্ব সমাবেশ তাক ভাবি আচৰিত হ'ব লাগে। হৰিণৰ মঙহেই শত্ৰু হোৱাৰ দৰে নাৰীৰো সেই সৌন্দৰ্য্যই শত্ৰু। আৰু সেয়ে বোধকৰো নিজকে পুৰুষৰপৰা ৰক্ষা কৰিবলৈ ধৰ্ম্মৰ দোহাই দি এই বোৰ্খাৰ আৱৰণ।

আজিকালি কিছুমানে স্কাট, ফ্ৰক আদি পিন্ধে। এয়াৰপোৰ্টৰ ভিতৰত প্ৰায় আধা যাত্ৰীকে মিনি স্কাট পিন্ধা দেখিছোঁ। এজনী প্ৰায় ১৫ বছৰীয়া ইৰাণী গাভৰুৱে সেইদিনা এয়াৰপোৰ্টৰ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল। তাইৰ গাৰ ৰং কোমল ৰঙা আপেল ৰঙৰ। তাই আমাৰ বেনাৰসী কমলা ৰঙৰ গুণাৰ কাম কৰা শাৰী এখনৰ দৰে কাপোৰৰ এটি ধুনীয়া ফ্ৰক বনাই পিন্ধিছিল। চুলি তাইৰ সামান্য মুগা বৰণৰ, নাক, মুখ, দেহৰ গঠনৰ লগত তাইক সেইদিনা এয়াৰপোৰ্টৰ কুঁৱৰী যেন লাগিছিল।

টেহ্ৰাণ এয়াৰপোৰ্ট লাউঞ্জত ভি-আই-পি'ৰ কাৰণে প্লাষ্টিকৰে আৰ কৰি আচুতীয়া কোঠা এটা আছিল আৰু আমি গোটেই নিশা তাৰে চোফাত শুই কটালোঁ। সেই কোঠাতোত কাঠৰ তৰত লতা ফুল দি ধুনীয়াকৈ সজাই থোৱা আছিল।

পুৱা শকত তিৰোতা কেইজনীমানে লাঠিৰ মুৰত কম্বল তিয়াই গোটেই লাউঞ্জটো মচি পৰিস্কাৰ কৰাত লাগি গ'ল। লাউঞ্জৰ কাষত থকা ৰেস্তোৰাত আমি পুৱাৰ চাহ খালোঁ। এয়াৰপোৰ্টত নতুন নতুন এমেৰিকান গাড়ীহে দেখা গ'ল। নিজৰ দেশত নিৰ্মিত গাড়ী আদি



নাই যেন লাগিল, কিন্তু পৃথিৱীৰ তেলৰ শতকৰা দহ ভাগ ইৰাণে উৎপন্ন কৰে বাবেই ধনী দেশ। এয়াৰপোৰ্টত দেখা পুলিচৰ সাজ-পাৰ বেচ জাক্-জমকীয়া। পুৱা ৯-১০ মিনিটত পাচপোৰ্টবোৰ পৰীক্ষা কৰি বোৰ্ডিং কাৰ্ড দি এয়াৰপোৰ্টৰ বাছত উঠাই এৰোপ্লেনৰ ওচৰলৈ লৈ গ'ল।

**১২ চেপ্তেম্বৰ**

পুৱা ৯-১৫ মিনিটত আমি পেন এমেৰিকান বোয়িং জেট প্লেনেৰে টেহ্ৰাণৰ মেহৰাদাবাদ এয়াৰপোৰ্টৰপৰা লেবাননৰ ৰাজধানী বেইৰুট অভিমুখে উৰা মাৰিলোঁ। পেন এমেৰিকানৰ প্ৰকাণ্ড জেট প্লেন খনত পিচফালৰপৰা উঠিলোঁ। আমাৰ আসনৰ নম্বৰ অনুযায়ী আমি বহিলোঁ। এয়াৰ হোষ্টেজজনী লেবানিজ গাভৰু আছিল। তাই ইংৰাজী, ইৰাণী আৰু লেবানিজ ভাষাৰে সম্বৰ্দ্ধনা জনালে। বেল্ট বন্ধা, চিগাৰেট নুমুৱা, অক্সিজেন মাস্ক ব্যৱহাৰ কৰা আৰু এইবাৰ লাইফ জেকেট কেনেকৈ ব্যৱহাৰ কৰিব লাগে, তাক প্ৰত্যেকৰে চিটৰ তলত থকা লাইফ জেকেট পিন্ধি বিপদৰ সময়ত কেনেকৈ সাগৰত কেইঘণ্টামান ওপঙি থাকিব পাৰি ইত্যাদি বৰ্ণনা কৰিলে। সাগৰত পৰা কথা কওঁতে সহযাত্ৰী ইৰাণী হাজৰিকা আৰু বীণা বৰুৱাই কৈ উঠিল "এইবাৰহে মৰিলোঁ", আমাৰ হাঁহি উঠি গ'ল। ইৰাণী বাইদেৱে ধৰি ল'লে—তেওঁ যেন এইবাৰ সঁচাকৈয়ে সাগৰত পৰিবই।

স্নিগ্ধ আকাশৰ বুকুৰে আমাৰ প্লেনখন এটা ৰূপোৱালী ৰাজহাঁহৰ দৰে উৰিছিল। ওপৰত নীলা আকাশ। কিছুদুৰ যোৱাৰ পিছত তলত নীলা সাগৰ। মাজে মাজে আমাৰ প্লেনখনক শুকুলা কোমল ডাৱৰবোৰে মৰমেৰে আকোঁৱালী লৈ আকৌ এৰি দিয়ে সীমা-হীন আকাশৰ বুকুত। ভগবানৰ এই বিচিত্ৰ সৃষ্টিৰ অপুৰ্ব্ব দৃশ্যবোৰ দেখি মোহিত হৈ গৈছিলোঁ। পৰম পিতা পৰমেশ্বৰৰ সৃষ্টিৰ সৌন্দৰ্য্য-বোৰ উপলব্ধি কৰিছিলোঁ আৰু নিজকেই ভাগ্যৱান বুলি ভাবিছিলো।

নীল আকাশৰ সামাহীন শূন্যত মোৰ মনতো হেৰাই গৈছিল। পৃথিৱী যে ইমান ধুনীয়া, প্ৰকৃতি যে ইমান কমনীয়, তাক ওপৰৰপৰা চালেহে অনুভৱ কৰিব পাৰি। সেয়েহে কবি সাহিত্যিক সকলে পৃথিৱীক কুমাৰী আখ্যা দিছে। সঁচাকৈয়ে আমাৰ পৃথিৱীখনি এজনী শুই থকা সুন্দৰী গাভৰুৰ দৰে। তাইৰ উথল বুকুখনি, কোছাই থকা আঠুদুটি যেন বিশাল পৰ্ব্বত পাহাৰ—তাইৰ সুকোমল চুলি কোছা যেন সাগৰৰ নীলা পানী— এইদৰে সুন্দৰৰ মাজত বুৰ গৈ থাকোতে পেন এমেৰিকানৰ এয়াৰ হোষ্টেজজনীয়ে আহি পুৱাৰ ব্ৰেকফাষ্ট দিলে। ব্ৰেকফাষ্টত দিছিল বিৰাট আকাৰৰ অমলেট (বোধকৰো তিনি-চাৰিটা মান কণী আছিল) মাংসভজা, বন, মাখন, তৰমুজ (ঘুৰণীয়া ঘুৰণীয়াকৈ কাটি ফ্ৰিজত ঠাণ্ডা কৰি এটা চাৰিচুকীয়া প্লাষ্টিকৰ বাতিৰ ওপৰত চেলোফিন কাগজেৰে বন্ধ কৰি দিছিল), জাম, কেইবিধমান ফল, চাহ বা কফি। ব্ৰেকফাষ্টৰ পিছত ট্ৰলীতকৈ নানা ধৰণৰ মদ, বিয়েৰ, চিগাৰেট আৰু চেণ্ট লৈ আহিল। এৰোপ্লেনত এইবোৰ কিনিলে টেক্স নালাগে আৰু অতি উৎকৃষ্ট বস্তুবোৰহে বেচে। বিদেশী সহযাত্ৰী কেইজনমানে মদ কিনিলে, কোনোৱে চিগাৰেট কিনিলে আৰু তিৰোতা কেইজনীমানে চেণ্ট ললে। আমাৰ মিৰিদাই কিবা বটল এটা কিনা যেন লাগিল। আমি দুৰৈত থকাই ভালকৈ ধৰিব নোৱাৰিলোঁ। প্লেনখনে একে চোঁচাই প্ৰায় ৩৫ হেজাৰ ফুট মান ওপৰলৈ উঠি বেইৰুট অভিমুখে গতি কৰিলে। জেট বিমানখন ঘণ্টাত প্ৰায় ছশপঞ্চাছ মাইল বেগেৰে গতি কৰিছে। কিছুসময়ৰ পিছত পৃথিৱীৰ ওপৰত থকা মেঘৰ ওপৰে ওপৰে মহাশূন্যত গতি কৰিছে, যেন কমোৱা তুলাৰ ওপৰেৰে ৰূপোৱালী ৰাজহাঁহটোহে উৰি গৈছে। মাজে মাজে বেলিটোৱে ভুমুকি মাৰি লুকাভাকু খেলিছে মনতো কেনেবা কেনেবা লাগি যায়। কিছুসময় পিছত প্লেনৰপৰা তলত বিশাল মৰুভূমি দেখা পালোঁ, জীৱনত প্ৰথম মৰুভূমি দেখিলোঁ। তাৰ পিচত নীলা সাগৰৰ ওপৰেৰে আমাৰ প্লেনে গতি কৰিছে। ওপৰত নীলা আকাশ—তলত নীলা সাগৰ, সোঁহাতে বেলিটো।



সেই সৌন্দৰ্য্য, ভগৱানৰ সৃষ্টিৰ ৰূপ বৰ্ণনা কৰিবলৈ ভাষা নাই। প্ৰকৃতিৰ এনে সৌন্দৰ্য্য নেদেখিলে কল্পনা কৰিব নোৱাৰি।

আমি বহা সোঁহাতৰ শাৰীত খিৰিকিৰ কাষত এজন ইউৰোপীয় ভদ্ৰলোক বহি আছিছিল। মাজৰ চকীখনত মই আৰু মোৰ বাওঁহাতে মোৰ পৰিবাৰ প্ৰভা বহিছিল। ভদ্ৰলোকজনে কেণ্ট চিগাৰেট এটা হুপি গৈছিল। হঠাতে তেওঁৰ বৰ কাহ উঠিল। বেচেৰাই বহু সময় কাহি থকা বাবে পৰিবাৰৰ হেণ্ড বেগৰপৰা মই নিয়া ভিক্স লজেঞ্চ এটা তেওঁলৈ আগবঢ়াই দিলোঁ। মনে মনে ভাবিলো ভাৰতীয় দৰবে যদি চাহাবৰ কাহ বন্ধ কৰিব নোৱাৰে তেন্তে বৰ লাজৰ কথা হব। যি হওঁক ভিক্সে তৎক্ষণাত আমাৰ মান ৰক্ষা কৰিলে। অ' কবলৈ পাহৰিছোঁ— আমি গুৱাহাটী এৰাৰ আগতে আমাৰ ঘৰুৱা ডাক্তৰ মাধৱ বাবুৰ (শ্ৰীমাধৱ দাস) পৰা মই প্ৰায় সকলো ধৰণৰ সৰুসুৰা বেমাৰৰ টেব্‌লেট্ নিছিলো আমাৰ চৈধ্য-জনীয়া দলটোৰ বাবে। কাৰণ আমি শুনামতে বিদেশৰ ফাৰ্মাচীত ডাক্তৰৰ বিনা প্ৰেচ্‌ক্ৰিপচনত ঔষধ নিদিয়ে। প্ৰেচ্‌ক্ৰিপচনৰ বাবে ডাক্তৰক ফিজ দিব লাগিব। ভদ্ৰলোক জনে ভদ্ৰতাৰে কেণ্ট চিগাৰেট যাচিলে, মই ধন্যবাদ জনাই চিগাৰেট নেখাওঁ বুলি কলোঁ। অলপ পিছতে মই তেওঁক উদ্দেশ্য কৰি কথা আৰম্ভ কৰিলোঁ। তেওঁ কোন দেশৰ বুলি সোধাত—জাৰ্মান বুলি কলে। তেতিয়া মই তেওঁলোকৰ দেশৰ কেইবাটাও প্ৰিণ্টিং মেচিন কিনা কথা আৰু তেওঁলোকৰ দেশ যে আমি ভ্ৰমণ কৰিম ইত্যাদি ক'ব ধৰিলোঁ। মোৰ কথাৰ কোনো উত্তৰ নিদিয়াত মই তেওঁলৈ ঘূৰি চালোঁ। তেনেতে তেওঁ হাত জোকাৰি ক'লে— 'I no English!" তাৰ মানে মই ইংৰাজী নাজানো। উপাই নাপাই বাকীডোখৰ বাট মই মনে মনে আৰু মাজে মাজে শ্ৰীমতীৰ লগত কথা কৈ আৰু মাজে মাজে খিৰিকিৰে তললৈ চাই যাব লগা হ'ল। কিছু সময়ৰ পিচত ভূমধ্য সাগৰৰ মাজে মাজে সৰু সৰু দ্বীপ কেইটামান চকুত পৰিল। পিচত প্লেনখন আহি বেইৰুটৰ এয়াৰপোৰ্টত নমাৰ আগতে সাগৰৰ পাৰৰ

সুন্দৰ সুন্দৰ বিল্ডিং, বাগিছা, মটৰ গাড়ী আদি ওপৰৰ পৰা পুতলা যেন দেখা গ'ল আৰু ওচৰ পাওঁতে সাগৰত সাঁতুৰি-ওপঙি থকা অসংখ্য ডেকা-গাভৰু দেখি বৰ ভাল লাগিছিল। দুপৰীয়া বাৰ বজাত আমি বেইৰুটৰ খালদা ( Khalda ) ইণ্টাৰনেচনেল এয়াৰপোৰ্ট পাওঁ। এয়াৰপোৰ্টটো বেছ ধুনীয়া।

বেইৰুট লেবাননৰ ৰাজধানী আৰু ভূমধ্য সাগৰৰ পাৰৰ এখন অতি উন্নত জাক্‌জমকীয়া মহানগৰী। বেইৰুটৰ জনসংখ্যা প্ৰায় ৭,৫০,০০০। লেবাননৰ মুঠ জনসংখ্যা হ'ল ১,৭০০,০০০ আৰু প্ৰায় ১,৫০,০০০ জন আৰব আৰু পেলেষ্টাইনৰ ভগনীয়া। প্ৰধান ভাষা আৰবী, গ্ৰীক, আৰ্মেনীয়া, ফ্ৰেঞ্চ আৰু ইংৰাজীও কিছু সংখ্যকে কয়। ধৰ্ম্ম মুছলিম আৰু খৃষ্টিয়ান। শতকৰা ৭০ ভাগেই শিক্ষিত।

বেইৰুটৰপৰা কেইমাইল মান উত্তৰে এটা ৰাস্তাৰ মূৰত পাহাৰলৈ উঠাৰ সময়ত আঠটা ভাষাত মুঠ ১৯টা শব্দ লিখা আছে আৰু তাৰ পৰাই সহজে অনুমান কৰিব পৰা যায়, কিদৰে লেবানন বিদেশীৰ দ্বাৰা আক্ৰান্ত হৈছিল। তাৰে প্ৰথমটো আছিল ইজিপ্তৰ ৰামশোছ দ্বিতীয়, তেওঁ খৃঃ পূঃ ১৩শ শতিকাত লেবাননক আক্ৰমণ কৰিছিল। তাৰ পিছত আক্ৰমণকাৰী সকল হ'ল- নাইনিভিৰ ইৰছাহদন, বেবিলনৰ নিবুছেদ্ৰিজাৰ, সম্ৰাট মাৰকাছ ইউৰিলিছ এণ্টোনিয়াচ, ১৯১৯-১৯৩০ চনলৈ বৃটিছ আৰু ১৯২০ চনত ফ্ৰান্সে আক্ৰমণ কৰিছিল। শেহত ১৯৪৬ চনৰ ৩১ ডিচেম্বৰৰ দিনা সকলো বিদেশী সৈন্য আঁতৰাই লেবানন এখন স্বাধীন গণৰাজ্যত পৰিণত হ'ল আৰু প্ৰথম ৰাষ্ট্ৰপতি হ'ল—চেখ বিচৰাহ আলখুৰী। এতিয়া লেবাননবাসী সকল আৰবীয়ান দেশসমূহৰ ভিতৰত শিক্ষিত। কিছুমান লেবাননবাসী আৰবীয় লোকে এতিয়াও পশ্চিম ইউৰোপক ভাল নাপাই। সেয়ে মাজে মাজে ধৰ্ম্মৰ নামত মুছলমান আৰু খৃষ্টিয়ানৰ মাজত যুদ্ধ বিগ্ৰহ হৈ থাকে। এতিয়া বেইৰুটত থকা এমেৰিকান বিশ্ববিদ্যালয়ত মুছলমান যুৱক-যুৱতীয়েও বিদ্যা অৰ্জন কৰে। ইজৰাইললৈ অহা বিদেশী জাহাজক একমাত্ৰ লেবাননেই নিজৰ সমুদ্ৰৰে অহাযোৱা কৰিব দিয়ে। বাকী



আন ওচৰ চুবুৰীয়া আৰব দেশে কিন্তু ইজৰাইললৈ আহিবলৈ বিদেশী জাহাজক নিজৰ সমুদ্ৰভাগ ব্যৱহাৰ কৰিবলৈ অনুমতি নিদিয়ে। সৰু দেশ যদিও লেবাননৰ এটা বিশেষ ভূমিকা আছে আৰবীয় দেশ সমূহৰ মাজত। লেবাননৰ সাগৰীয় বন্দৰেই চিৰিয়াৰ বন্দৰ।

বেইৰুট মহানগৰীত স্কুল-কলেজ ইমান বেছি যে বিদেশী ছাত্ৰ-ছাত্ৰীয়ে সহজে নানা বিষয়ত উচ্চশিক্ষা লব পাৰে।

প্ৰত্নতাত্বিকসকলৰ মতে লেবাননৰ সভ্যতা খৃঃ পূঃ ৩০০০ বছৰৰ আগৰ। বৰ্ত্তমান বেইৰুটৰপৰা প্ৰায় বিশ মাইল উত্তৰে জিৰেল নামৰ গাওঁখনৰ অধিবাসীসকলে প্ৰথমে পেপিয়াছ তৈয়াৰ কৰিছিল কিতাপ লিখিবলৈ আৰু ছপাবলৈ। জিৰেলৰ ওচৰত বাইব্লছ নামে এখন নগৰী আছিল। পেপিয়াছ মানে বৰ্ত্তমানৰ পেপাৰ বা আমাৰ অসমীয়াত কাগজ। সেই পেপিয়াচবোৰ গ্ৰীছলৈ আৰু ওচৰ চুবুৰীয়া দেশলৈ ৰপ্তানি কৰিছিল আৰু গ্ৰীকসকলে তাৰ নাম দিছিল বাইব্লচ্। বাইব্লচ্ মানে গ্ৰীকসকলৰ মতে কিতাপ আৰু তাৰ পৰাই খৃষ্টানসকলৰ বিখ্যাত ধৰ্ম্মগ্ৰন্থ বাইবেলৰ নামাকৰণ হ'ল।

ত্ৰিপোলী আৰু আবাডাউছ দুটি প্ৰধান বন্দৰ। লেবাননৰ মাজেৰে দুখন নৈ বৈ গৈছে—এখনৰ নাম ওৰানটেচ আৰু আনখনৰ নাম লিটানী। সাগৰৰপৰা ৩৬০০ ফুট ওপৰত নৈৰ কাষত বালবেক নামৰ এখন পুৰণি নগৰী আছিল। বাল মানে সূৰ্য্যৰ পুত্ৰ। গ্ৰীক সকলে কয়—হেলিওপোলিচ মানে সূৰ্য্যদেৱতাৰ নগৰী, তাত থকা সূৰ্য্য দেৱতাৰ বিখ্যাত মন্দিৰটো ১৮শ শতিকাত হোৱা ভয়ঙ্কৰ ভূমিকম্পত ধুলিস্যাৎ হৈ যায়। আৰবসকলৰ মতে এই বালবেক পৃথিৱীৰ ভিতৰতে পুৰণি নগৰ আৰু তাত আদমে বাস কৰিছিল।

লেবানন নামটো আহিছে ( প্ৰভু যীশুৱে কোৱা ভাষা ) পুৰণি এৰামীক ভাষাৰ লেবন শব্দৰ পৰা। লেবন মানে সাক্ষী!

লেবাননৰ মুছলমানসকলে এজনীতকৈ বেছি তিৰোতা বিয়া কৰাব নোৱাৰে। দ্ৰাছ নামৰ এটি জাতি আছে—তেওঁলোক মুছলমান ধৰ্ম বিশ্বাসী। দ্ৰাছসকল বেচ ওখ, বগা আৰু স্বাস্থ্যৱান। দ্ৰাছ

তিৰোতা সকলক সম্ভ্ৰান্ত পৰিয়ালৰ বুলি গণ্য কৰে আৰু তেওঁলোকক সন্মানো কৰে। তেওঁলোকে স্বামীৰ লগতে ধৰ্মীয় অনুস্থানত যোগদান কৰে। দ্ৰাছসকলৰ নিচিনা মাৰোনাইটসকল সম্ভ্ৰান্ত খৃষ্টিয়ান, তেওঁলোকে পাহাৰুৱা অঞ্চলত বাস কৰে। তেওঁলোক পোপৰ তলত ৰোমান কেথলিক গীৰ্জাত উপাসনা কৰে।

১৮৭৫ চনত চেণ্ট যোছেফ বিশ্ববিদ্যালয় বেইৰুটত স্থাপিত হয়। ১৮২০ চনত এমেৰিকানে কিছুমান স্কুল আৰু প্ৰিণ্টিং প্ৰেছ স্থাপিত কৰে। পিছত ১৮৬৬ চনত এই স্কুলেই বিখ্যাত এমেৰিকান ইউনিভাৰচিটি ৰূপে গঢ় লয়। এই ইউনিভাৰচিটিতো সাগৰৰ পাৰত মুঠ ৭০ একৰ মাটি ব্যাপী আছে। লেবাননৰ শতকৰা ৮০ ভাগে শিক্ষিত, তাৰ তুলনাত আন আন আৰব দেশত শিক্ষিতৰ গড় মাত্ৰ দহ জন।

লেবাননৰ মুঠ মাটি কালি ৫,০১৫ বৰ্গ মাইল। চিতৰাছ ফল, গম, বাৰ্লি, আলু, জলপাই, কপাহ, ধপাত নানাবিধ ফল আৰু তৰী-তৰকাৰীয়েই প্ৰধান উৎপন্ন বস্তু। মুদ্ৰাৰ নাম লেবানিজ পাউণ্ড। এক এমেৰিকান ডলাৰ ( ১৯৭১ চনত ) ৭ টকা ৫০ পইচা = তিনি লেবানিজ পাউণ্ড। চাৰিটা জাতীয় এয়াৰ লাইন কোম্পানী আছে। তাৰে প্ৰথমটো মিডিল ইষ্ট এয়াৰওৱেজ, (MEA) দ্বিতীয়টো—এয়াৰ লেবান, তৃতীয়টো লেবানীজ ইণ্টাৰনেচনেল এয়াৰওৱেজ, আৰু চতুৰ্থটো হ'ল ট্ৰেন্স মেডিটেৰিয়ান এয়াৰওৱেজ। এই এয়াৰওৱেজ বোৰে দিনে নিশাই শ, শ যাত্ৰী নিজৰ দেশলৈ কঢ়িয়াই আনে আৰু বিদেশী মুদ্ৰা অৰ্জন কৰে। বিদেশী মুদ্ৰা অৰ্জন কৰিবলৈ সেইবোৰ দেশৰ ব্যৱসায়ীসকলে খুব চেষ্টা কৰে। বিদেশী ভ্ৰমণকাৰী পালে তেওঁলোকে যিদৰে মৰম-চেনেহ-আপদাল কৰে, সেইদৰে ন-ন চকুত লগা বস্তু যেনে— তেওঁলোকৰ দেশৰ স্মৃতি চিন, কাপোৰ-কানি, অলঙ্কাৰ আদি বিভিন্ন ধৰণৰ বাচন-বৰ্ত্তন, ৰেডিঅ', টেপৰেকৰ্ডাৰ, ইলেক্টনিক বস্তু, কেমেৰা, ফিল্ম, তিৰোতা মানুহৰ পচন্দৰ সামগ্ৰীলৈ ওলাই। সেইবোৰ বস্তু যেনে তেনে ছুবিধ এবিধ হলেও আপোনাক বেচিহে এৰিব। তাৰোপৰি তেওঁলোকে এইবোৰ বস্তু ভ্ৰমণকাৰীয়ে



চাবলৈ অহা ঠাইতে দোকানপাতি বেচে। যিকোনো বিদেশী মুদ্ৰাৰ পৰিবৰ্ত্তে আৰু তেওঁলোকৰ মুদ্ৰাৰ সমকক্ষ হিচাবটো বেঙ্কৰ জৰিয়তে সদায় জানি থাকে—যাতে নিজেও নঠগে আৰু ভ্ৰমণকাৰীও নঠগে। কাৰণ বিদেশী ভ্ৰমণকাৰী ঠগিলে তেওঁলোকৰ দেশৰ বদনাম হব।



বেইৰুট মহানগৰীখনত তেৰ চৈধ্য তলা নতুন নতুন বিল্ডিং, হোটেল, চুইমিংপুল, বাৰ, ৰেস্তোৰা, নাইট ক্লাব, এমেৰিকান আৰু জাৰ্মান গাৰী, বিভিন্ন দেশৰ ভ্ৰমনকাৰীৰে ভৰপুৰ। জাক্‌জমকীয়া নগৰলৈ পৃথিৱীৰ সকলো ঠাইৰপৰা ভ্ৰমণকাৰী আহে আৰু এই ভ্ৰমণকাৰীৰ ব্যৱসায়টোও তেওঁলোকৰ এটি ডাঙৰ ব্যৱসায়। আমাৰ অসমত কিন্তু এই বিদেশী পৰ্য্যতকৰ আকৰ্ষণ কৰিব পৰাকৈ এখনো নগৰ নাই। ধুনীয়া কৰিবলৈও কোনো ব্যৱস্থা নকৰে।

আন নালাগে আমাৰ গুৱাহাটী নগৰ খনৰে সৌন্দৰ্য্য বঢ়াবলৈ কিমান উপায় আছে চাওঁক— উমানন্দত লাইটৰ ব্যৱস্থা কৰি দিনে নিশাই পৰ্য্যতক অহা-যোৱা কৰিবলৈ সুন্দৰ সৰু জাহাজ এখনৰ ব্যৱস্থা কৰিব পাৰি। উৰ্ব্বশীৰ স্তম্ভটোৰ সলনি সিমান ডাঙৰ এটি সাইলাখ অপেশ্বৰী উৰ্ব্বশীৰ নাৰীমূৰ্ত্তি এটি বগা মাৰ্ব্বল পাথৰেৰে তৈয়াৰ

কৰি ডি-চি কোৰ্টৰ ফালে মুখ কৰি থাকিলে আৰু দুবৈৰ পৰা চাৰ্চ লাইটেৰে নিশা পোহৰাই ৰাখিলে এটা আকৰ্ষণ হব। আৰু শেহত লিটিল মাৰমেইড কোপেনহেগেনৰ স্মৃতি চিহ্ন হোৱাৰ দৰে গুৱাহাটীৰ চিন উৰ্বশীৰ মূৰ্ত্তি হৈ পৰিব। কৰ্মনাশাৰ শিলৰ ওপৰত এটা তিনিতলা হোটেলৰ ব্যৱস্থা কৰিব পাৰি। তাৰৈ যাবলৈ মিউনিচি-পালিটি অফিচৰপৰা এখন ফুট ব্ৰীজ কৰিব পাৰি। ব্ৰহ্মপুত্ৰ নৈৰ ওপৰত এখন অত্যাধুনিক জাহাজেৰে কুৰুৱাৰ ওচৰৰপৰা পাণ্ডুলৈ দিনটোত অন্ততঃ দুবাৰ যাত্ৰীলৈ প্লেজাৰ ত্ৰিপ দিলে অসংখ্য দেশী বিদেশী যাত্ৰী পোৱা গ'লহেঁতেন, সেই জাহাজত সৰুকৈ এখন অত্যাধুনিক ৰেস্তোৰাৰো প্ৰয়োজন হ'ব। এইদৰে দেশৰ কিছু নিবনুৱা যুৱক-যুৱতীৰো সংস্থান নহ'লহেঁতেননে ? সেইবোৰ দেশটো নিবনুৱা আছে কিন্তু আমাৰ দৰে নহয়— নতুন নতুন বুদ্ধি খটুৱাই উপাৰ্জন কৰিব ধৰিছে। মাত্ৰ লাগে সৎ-সাহস, বুদ্ধি আৰু পৰিশ্ৰম কৰিব পৰা ক্ষমতা। ইউৰোপৰ ভিতৰত হলেও এখন সৰু দেশ। তাতো কিছু নিবনুৱা ডেকা গাভৰু আছিল। সিহঁতে কি কৰিলে জানে ? প্ৰায় ২০ জনমান যুৱক-যুৱতীয়ে লগলাগি এটা সংগঠন কৰি হাতত জাৰু, পানীৰ বাল্টি. ভেকুৱাম ক্লিনাৰ, স্প্ৰে পাউদাৰ আদি লৈ ওলাল— তেওঁলোকৰ দেশলৈ অহা বিদেশী এৰোপ্লেন, জাহাজ, ৰেলৰ ডবা, বিদেশী ভ্ৰমণকাৰীৰ গাৰী, বাছ আদি চাফা কৰিবলৈ। এইবোৰ সম্পূৰ্ণ বিজ্ঞানসন্মত ভাবে চাফা কৰি যথেষ্ট উপাৰ্জন কৰিব ধৰিলে। তাকে দেখি এতিয়া তেনেকুৱা বহুতো সংগঠনৰ সৃষ্টি হ'ল—আৰু নিবনুৱা কিছু কমিল। আমাৰ অসমৰ যুৱক যুৱতীয়ে এইদৰে শ্ৰমৰ মৰ্য্যদা বুজি হাতত জাৰুলৈ উপাৰ্জন কৰিব কেতিয়া ?

দীঘলী পুখুৰীৰ মাজতে অন্ততঃ ১০০ হৰ্চ পাৱাৰৰ পাম্প এটাৰে পোনে পোনে পানী ওপৰলৈ মাৰি পঠিয়ালে সৌন্দৰ্য্য বাঢ়িব আৰু মাছ কেইটাও সোনকালে ডাঙৰ হ'ব। দীঘলী পুখুৰীৰ পাৰত থকা ফিচাৰীৰ অফিচ কেইটা তাৰ পৰা আঁতৰাই তাত এটা বৃহৎ আকাৰৰ একুৱিয়াম তৈয়াৰ কৰিব পাৰি। দীঘলী পুখুৰীৰ চাৰিওপিনে থকা



হেলনীয়া অংশত ৰঙীণ ফুলেৰে কাৰ্পেটৰ দৰে সজাই আকৰ্ষণ বঢ়াব পাৰি। গুৱাহাটী এয়াৰপোৰ্টৰপৰা অহা বাটৰ দুয়োকাষে থকা মুকলি ঠাইত শাৰী শাৰী দেবদাৰু গছ, কৃষ্ণচূড়াৰ গছ লগাই আমাৰ ফৰেষ্ট ডিপাৰ্টমেণ্টে সজাই তুলিব পাৰে। চৰকাৰৰ বৰমূৰীয়া সকলৰো সৌন্দৰ্য্যৰ প্ৰতি ধাউতি থাকিব লাগে। নহলে দেশখন সজাবলৈ এটা সুকীয়া বিভাগৰ সৃষ্টি কৰিব লাগে। উজানবজাৰ জাহাজ ঘাটৰপৰা কামাখ্যালৈ গোটেই ব্ৰহ্মপুত্ৰৰ পাৰটো বান্ধি ৰাস্তা এটাৰমান বহল ফুটপাথ কৰি মাজে মাজে ফুলৰ গছ ৰুই, বালিত শৌচ-পেচাব কৰাতো বন্ধ কৰি সজাব পাৰি। তাৰৈ যেন চহৰৰ ল'ৰা-ছোৱালী, ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলে ওলাই গৈ ক্ষন্তেক জিৰণি ল'ব পাৰে ইত্যাদি।

আমাক খালদা এয়াৰপোৰ্টৰপৰা কেইবাখনো বিৰাট-বিৰাট জাৰ্মান মাৰ্চিডিজ টেক্সীৰে মহানগৰীৰ মাজলৈ লৈ আহিল দুশাৰী পাইন গছৰ ধুনীয়া, বেচ বহল ৰাস্তাৰে। ভূমধ্য সাগৰৰ পাৰত সৰু সৰু পাহাৰৰ টিলাৰ মাজেৰে অসংখ্য একা-বেকাঁ বাটেৰে, নতুন নতুন অট্টালিকা, ফুলনী, ৰঙীন কাপোৰ পিন্ধা নানা দেশৰ ভ্ৰমণকাৰী আদি দেখি বৰ ভাল লাগি গ'ল। আমি প্লাজা নামৰ হোটেলতোত আছিলো। আমাৰ ( মানে মোৰ আৰু পৰিবাৰৰ ) ৰুমৰ নম্বৰ ৪১৪ আছিল। ৪১৪ মানে ৪১৪ টা ৰুম নহয়। প্ৰথমৰ চাৰি মানে চতুৰ্থ তলা বুজাইছে আৰু ১৪ নম্বৰটোৱে ৰুমৰ সংখ্যা বুজাইছে। ৰুমটোত সোমায়েই ভাল লাগি গ'ল। গোটেইটো ৰুমতে নীলা কাৰ্পেট পৰা। দুখন অতি কোমল বগলীৰ পাখিৰ দৰে শুদ্ধ বগা বিচনা। দুখন পাখিৰে তৈয়াৰী লেপ। বিৰাট আইনাৰ খিৰিকি এখন। এটা বগা ৰঙৰ ৰুৰ্ডদ্ৰৰ। ওপৰত কাপোৰ থবলৈ দুটা ডাঙৰ চেল্‌ফ, এফালে হেঙাৰত কাপোৰ ওলমাই থব পৰা ব্যৱস্থা, মাজতে লিখা-পঢ়া কৰিব পৰা এখন জপাই থব পৰা টেবুল। টেবুলৰ তলত দুটা চুটকেছ থব পৰা ঠাই। তাৰ কাষতে জোতা থব পৰা ৰেক। বিচনাৰ দুয়োফালে দুটা টেবুল লাইট। ৰেডিঅ', টেলিফোন আৰু কাষতে বাথৰুমটো।

তাতো এটা বাথ তব, ধুনীয়া প্লাষ্টিকৰ আবকাপোৰ। চাৰাৰ, কাষতে এটা কোমুদ, বেচিন, আইনা, আলনা। গৰম পানী আৰু ঠাণ্ডা পানীৰ দুটা টেপ। ধুনীয়া গোলাপী ৰঙৰ চাবোন দুডোখৰ আৰু চাৰিখন বেলেগ বেলেগ আকাৰৰ শুদ্ধ বগা টাৱেল। হোটেলৰ ওপৰলৈ যাওঁতে সকলোৱে লিফ্‌ট ব্যৱহাৰ কৰে।

প্লাজা হোটেলত দুপৰীয়াৰ আহাৰ খাই ডেৰমান বজাত পাঁচখন টেক্সীলৈ বেইৰুটৰ মনোৰম দৃশ্য চাবলৈ ওলাই গলোঁ। বিৰাট বিৰাট অট্টালিকা, ডাঙৰ ডাঙৰ বহল ৰাস্তা। এমেৰিকান ইউনিভাৰচিটিতো চালোঁ। সাগৰৰ পাৰে পাৰে যথেষ্ট বহল ৰাস্তাৰে ঘূৰোতে নানা ৰঙৰ নানা ধৰণৰ ফুল-লতাপাতাৰে সন্মুখত একোখন বাগিচাৰে অসংখ্য অট্টালিকাৰ কাষে কাষে ঘূৰি ফুৰোতে ধুনীয়া ৰং বিৰঙৰ সাজ-পোচাকেৰে ধুনীয়া তেজাল ল'ৰা-ছোৱালীৰ জাক, ডেকা-





গাভৰুৰ দল চকুত পৰিছিল। ডেকা-গাভৰুৱে সাগৰত সাঁতুৰিছে, ৰ'দ লৈছে। জীৱনটো উপভোগ কৰিছে। সাগৰৰ পাৰত থকা নানা ধৰণৰ হোটেল, ৰেস্তোৰা আদিৰ ৰং বিৰঙৰ, ছাতিৰ তলত ডেকা গাভৰুৱে স্বৰ্গীয় সুখৰ সপোন ৰচনা কৰিছে। আনন্দত আত্মহাৰা হৈ হাঁহিছে, খাইছে, গাইছে— জীৱনৰ গীত। দেশী-বিদেশী অজস্ৰ ভ্ৰমণ-



কাৰীয়েও সিহঁতৰ লগত আনন্দ কৰিছে। এই ৰেস্তোৰাবোৰত পৃথিৱীৰ নানা-দেশৰ খাদ্যৰ সোৱাদ লব পাৰি, —কিছুমানত ফ্ৰেন্স, ইটালিয়ান, জাৰ্মান, চুইচ, গ্ৰীক, ৰাচিয়ান, স্পেনিজ, এমেৰিকান, চাইনিজ আদি নানা দেশৰ খাদ্য পোৱা যায়। বিভিন্ন দেশৰ খাদ্য খাব পোৱাটোও ভাগ্যৰ কথা নহয়জানো?

ইয়াত ফুলৰ বজাৰ আৰু শাক-পাচলিৰ বজাৰবোৰ চাবলগীয়া। আঙুৰ কল, আপেল, তৰমুজ, বাগী আৰু নানা বিধ ফল পোৱা যায়। এই ফলবোৰৰ আৰু শাক-পাচলিবোৰৰ আকাৰো আমাৰ দেশতকৈ ডাঙৰ। ফুল, ফল, শাক-পাচলি, মাছ, মাংস, গাখীৰ, কণী আদি সজাই থোৱাৰো একোটা সৌন্দৰ্য্য আছে। আমাৰো ব্যৱসায়ীসকলে এই সজাই থোৱা অভ্যাসটো কৰিব লাগে। সজাই থলে গ্ৰাহকৰ আকৰ্ষণ বাঢ়ে। টেবুলৰ সমান উচ্চতাতহে এঢলীয়াকৈ ৰেকত বস্তুবোৰ পৰিষ্কাৰকৈ ৰাখিব লাগে।



সাগৰৰ মাজত থকা পিজিয়নচ্ গ্ৰটো (Pigeons Grotto ) নামৰ বিৰাট শিলৰ পাহাৰৰ মাজৰ শুৰুঙাটো চাবলগীয়া। পাৰৰ পৰা ই

নিচেই ওচৰত বাবে সহজে দেখা যায়। বেইৰুটৰ ডেকা-গাভৰুৱে সাঁতুৰি সাঁতুৰি সেই শুকুঙাৰে পাৰ হৈ যায়। মটৰ বোটেৰেও সেই শুকুঙা ঘুৰি ফুৰে। আমাৰ অসমত কিন্তু বিশাল ব্ৰহ্মপুত্ৰনৈ থাকোতেও আমাৰ ডেকা-গাভৰুৱে নৈত নানামে, নাসাঁতোৰে, আৰু সাঁতুৰিবও নাজানে—। সেইবোৰ দেশত সাঁতুৰিব নজনাতো লাজৰ কথা।

ভগৱানৰ অপূৰ্ব এই পৃথিৱীখনক জীৱশ্ৰেষ্ঠ মানুহেও যে শিল্পীৰ তুলিকাৰে সজাব পাৰে তাক এইবোৰ দেশ ভ্ৰমণ কৰিলেহে বুজা যায়। এইবোৰ দেশৰ ডেকা-গাভৰুও যেন এটি এটি সুন্দৰ ফুল। সিহঁতৰ তেজাল চেহেৰাই গোটেইখন দেশৰ সৌন্দৰ্য্য দুগুণে ফুটাই তুলিছে। লেবাননৰ জৰ্জিনা বিজফও আমেৰিকাৰ মিয়ামি বিচত হোৱা সৌন্দৰ্য্য প্ৰতিযোগিতাত মিচ ইউনিভাৰ্চ উপাধি পাইছিল। ইও সেই সৌন্দৰ্য্যৰে প্ৰমাণ।

সাগৰ আৰু নৈত সাঁতোৰা এই দেশৰ এটা নিত্য-নৈমিত্তিক কাম। সাগৰৰ পাৰে পাৰে বহুতো চুইমিংপুল দেখিছিলো। বয়সীয়া সকলে সাগৰত বৰশীৰে মাছ ধৰাও চাইছিলোঁ। বহুতে আমাক বিদেশী মানুহ বুলি জানি হাতেৰে উইচ্ কৰিছিল, হাঁহিছিল। যিটো আমাৰ দেশতো কৰিব লাগে। অন্ততঃ বিদেশী এজনক দেখিলে মিচিকিয়াই হাঁহিব লাগে বা হাতখন দাঙি উইচ্ কৰিব লাগে। তেতিয়া হয়তো কোনোবাজনে আপোনাৰ লগত কথা-বতৰা ক'ব। আমাৰ দেশৰ নানা কথা শুধিব। আপুনিও তেওঁৰ দেশৰ নানা কথা শিকিব পাৰিব। তৎক্ষণাত বন্ধুহৈ পৰিলে, নিজৰ ঘৰত একাপ চাহ যাচিলে, সুবিধা হলে এসাজ খুৱাব পাৰিলে, তেওঁগৈ নিজৰ দেশত দহজনৰ আগত আপোনাৰ আতিথ্যৰ কথা ক'ব। আপোনাৰ দেশখনৰ গুণ গাব।

আপোনাৰ সময় সুবিধা হ'লে সেই বিদেশী ভ্ৰমণকাৰীজনক আপুনি লগতে নি আপোনাৰ ঠাইখনৰ চাবলগীয়া বস্তুবোৰ নিজে দেখুৱাব পাৰিলে আৰু ভাল হয়—সেইয়াও ভাল ঠাই, চাবলগীয়া মঠ, মন্দিৰ আদিহে দেখুৱাব।





সেইদিনা আমি বেইৰুটৰ মেইন স্কোৱেৰলৈ গৈ তাত থকা স্বহীদৰ মূৰ্ত্তিৰ তলত আটায়ে ফটো উঠিছিলোঁ। আমি ফটো উঠোতে ওচৰত থকা আন আন মানুহবোৰেও আহি আমাৰ অনুমতি নোলোৱাকৈ কাষতে থিয়হৈ ফটো উঠিছিল।



সাগৰৰ পাৰৰ চেণ্ট জৰ্জ হোটেলতো সাগৰৰ মাজলৈ আগবঢ়াই নিছে।

সাগৰত ডেকা-গাভৰুৱে ৰবৰৰ বিচনাৰ দৰে এচটা পেড়ৰ ওপৰত চুইম চুট পিন্ধি পেট-পেলাই ৰ'দ লয়। তলত নীলা সাগৰৰ পানী, ওপৰত ৰবৰৰ বিচনাত অকল জাঙিয়াটো পিন্ধি পেট-পেলাই ওপৰত মৃদু বতাহৰ সৰু সৰু পানীৰ ঢৌত ওপঙি ৰ'দ লোৱা দৃশ্যবোৰ দেখিলে—সঁচাকৈয়ে আমি ভাৰতীয়বোৰক ভগৱানে যেন মাত্ৰ পৃথিৱীৰ ওজন বঢ়াবলৈহে জন্ম দিলে তেনে যেন লাগে। পৃথিৱীত সুখ কি বস্তু, মানৱ জীৱনত সুখ-শান্তি কেনেকৈ পাব পাৰি তাক যেন আমাক জানিব নিদিলে।

গোটেই দিনতো ঘুৰি ঘুৰি হোটেললৈ আহি আমি আটায়ে কিছু বিশ্ৰাম ললোঁ। সেইনিশা নাইট ক্লাবলৈ যোৱাৰ কথা আছিল—মই, মিৰিদা. ধীৰেণ, বলভদ্ৰ দাস আৰু দত্ত বৰুৱা। পিচত ইৰাণী হাজৰিকাও আমাৰ লগতে যাব ওলোৰাত ককায়েক মিৰিদা নোযোৱা হ'ল, আনকি সেই নিশা একো নোখোৱাকৈয়ে শুই থাকিল। ইপিনে আকৌ দত্ত বৰুৱাকো শ্ৰীমতীয়ে বাধা দিলে।

পিচদিনা পুৱা, পুৱাৰ জলপান খোৱাৰ আগতে মই, ধীৰেণ (সপৰিবাৰে) আৰু দত্তবৰুৱা সাগৰৰ পাৰে পাৰে ফুৰি ফুৰি হোটেল পালোহি। ভূমধ্য সাগৰৰ পানীয়েই মাত্ৰ নীলা দেখিলোঁ। আমাৰ ভাৰতবৰ্ষৰ আৰৱ সাগৰৰ পানী ঘোলা-মাটীয়া ধৰণৰ। কিন্তু ভূমধ্য সাগৰৰ পানী একেবাৰে ফট্‌ফটিয়া আৰু নীলা। সাগৰৰ পাৰত সেই সময়ত মানুহ বৰ কম আছিল। আমি উভতি গৈ হোটেল পোৱাৰ পিছত মিৰিদাই লগ ধৰাত আকৌ টেক্সী লৈ কিছুদূৰ গৈ টেক্সী এৰি দি কোমল ৰ'দ আৰু বতাহ লৈ সাগৰৰ পাৰে পাৰে বহুদূৰ ফুৰিলোঁ। তেনেতে সাগৰৰ পাৰত থকা অকনমান ফলৰ দোকান এখন দেখি মই আগবাঢ়ি গৈ বৰ ডাঙৰ আঙুৰ এথোপালৈ আঙুলিয়াই দিলোঁ। দোকানীজনে ডাঙৰ ক্ৰেফট্‌ কাগজৰ মোনা এটাত ভৰাই মোলৈ আগবঢ়াই দিলে আৰু এক মুহূৰ্ত্তমান পিছতে মোৰ হাতৰপৰা নি মোনাটোত এটা কল লগোৱা ড্ৰামৰ পৰা পানী ভৰাই মোনাটোৰ মুখখনত খামুছি ধৰি



জোকাৰি জোকাৰি ধুলে, তাৰ পিচত এটা নতুন মোনাত আঙুৰখিনি ভৰাই মোলৈ আগবঢ়াই দিলে। সেই দোকানীজন নিচেই সাধাৰণ মানুহ, তথাপিও তেওঁ ততালিকে চিন্তা কৰি চালে যে এওঁলোক বিদেশী মানুহ। আঙুৰখিনি ঘৰলৈ নিনিয়ে— বাটতে খাব। সেই কাৰণে ধুই পৰিষ্কাৰ কৰি দিলে। এইবোৰেই সেই দেশৰ মানুহলৈ শ্ৰদ্ধা নোপজায়নে? আমাৰ দেশত এইদৰে ধুই দিলেহেঁতেন নে? আঙুৰ খিনি লৈ মোৰ পকেটৰপৰা প্ৰায় বিশ পশিচতামান ভঙনীয়া মুদ্ৰা আগবঢ়াই দিলোঁ—কাৰণ আমি লেবানিজ ভাষাও নেজানো আৰু মুদ্ৰাবোৰো চিনি নেপাওঁ, যি হওঁক-সেই দোকানীজনে আমাৰ চাৰি অনা আকাৰৰ ৰূপৰ মুদ্ৰা এটা লৈ হাঁহি মাৰি কিবা এষাৰ ক'লে। বোধকৰো ধন্যবাদ দিলে। আমিও ধন্যবাদ জনাই আগবাঢ়ি গলোঁ। বেইৰুটত মই সৰু সৰু বস্তু কেইপদ মান কিনিছিলোঁ।

তাৰ পিচত আমি টেক্সীৰে জুপিতাৰৰ মন্দিৰৰ ভগ্নাৱশেষ আদি পুৰণি কীৰ্ত্তি চিনবোৰ চালোঁ। লেবানিজ বিশ্ববিদ্যালয়, এমেৰিকান বিশ্ববিদ্যালয়, নেচেনেল মিউজিয়াম, চাবচফ মিউজিয়াম, চেণ্টজোচেফ বিশ্ববিদ্যালয়, নেচেনেল লাইব্ৰেৰী, পুৰণি গীৰ্জা, মছজিদ আদি বাহিৰৰ পৰাই চালোঁ। গাইড জনে কৈছিল— এমেৰিকান বিশ্ব-বিদ্যালয়তো হেনো সমগ্ৰ ইউৰোপৰ ভিতৰতে ডাঙৰ। ইয়াত প্ৰায় সকলো বিষয়তে অধ্যয়ণ কৰিব পাৰি। পৃথিৱীৰ বিভিন্ন দেশৰ পৰা ইয়াত শিক্ষা লবলৈ আহে। ইয়াত থকা আলাখোদাৰ মছজিদটো বেচ ডাঙৰ। সাগৰৰ মাজলৈ দলং তৈয়াৰ কৰি তাত আধুনিক হোটেল, ৰেষ্টুৰেণ্ট আদিৰ ৰঙা নীলা গাৰ্ডেন চাতিৰ তলত লাহ-বিলাহৰ অন্ত নোহোৱা আৰামৰ মাজত জীৱন কটোৱা পৃথিৱীৰ বিভিন্ন দেশৰ যুৱক-যুৱতীবোৰ দেখিলোঁ। মানুহৰ জীৱনত সুখ সম্ভোগ কি তাক সেইবোৰ দেশ ভ্ৰমণ কৰিলেহে বুজা যায়।

এঠাইত দেখিলো ডেকা ল'ৰা দুজনে দুডোখৰ প্ৰায় এগজমান দীঘল আটাৰ ৰুটি দেখাত আমাৰ ঢেঁকীঠোৰাতো যেন পাই—সিহঁতৰ লং পেণ্টৰ বেক পকেটত সুমুৱাই লৈছে আৰু ৰুটিৰ আগটো সিহঁতৰ

কান্ধ পাৰ হৈ গৈছে। মাজতে এজনে একামোৰ মাৰিলে—পিচত দুয়ো দুখন চাইকেলত উঠি গ'লগৈ।

হেৰিচাৰ ( Harissa )ত লেবাননৰ মহিলাৰ মাৰ্ব্বলৰ মূৰ্ত্তি সঁচাকৈয়ে এটা অপূৰ্ব্ব সৃষ্টি। সাগৰৰ মাজলৈ সোমাই যোৱা চেণ্ট জৰ্জ হোটেলৰ কাৰুকাৰ্য্য আৰু স্থান নিৰ্ব্বাচন চাবলগীয়া। মেইন স্কোৱেৰত থকা স্বহীদৰ স্মৃতিৰ বাবে কৰা মূৰ্ত্তিও মনত থাকিবলগীয়া। আঞ্চাৰত থকা পুৰণি কীৰ্ত্তি চিনবোৰো বৰ যত্নৰে ৰাখিছে।

পিচদিনা দিনৰ দহ বজাত হোটেল প্লাজাৰ পৰা টেক্সীলৈ আমি আটায়ে খালদা ইন্টাৰনেচেনেল এয়াৰপোৰ্ট পাওঁ। বেইৰুটত আমি বাছ দেখা নাপালোঁ। অকল টেক্সীৰে ভৰা— সিও বিৰাট বিৰাট জাৰ্মান, এমেৰিকান গাড়ী। এয়াৰপোৰ্টত আধাঘণ্টামান সময় গ'ল। পিচত M. E. A (Middle East Airways) ৰ বোইং প্লেন অহাত আমি কাইৰো অভিমুখে উৰা মাৰিলোঁ। M.E.A ৰ প্লেনত আমাক লাঞ্চ দিলে। তাত দিছিল ঘি-ভাত, চিজ, ৰুটি, কেক, মাখন, চাহ। কিন্তু মিয়াৰ বোইং প্লেনে কাইৰো এয়াৰ পোৰ্টত প্লেন অবতৰণ বৰ বেয়া ধৰণে কৰিলে। প্ৰতিজন যাত্ৰীৰে বুকু কঁপি উঠিছিল। বহুতো যাত্ৰীয়ে বিভিন্ন ধৰণে চিঞৰি উঠিছিল। যি হওঁক ভগৱানৰ কৃপাত কাইৰো পালোঁ।



ইজিপ্তৰ ৰাজধানী কাইৰো। কাইৰো এয়াৰপোৰ্টতো বেছ ডাঙৰ। এয়াৰপোৰ্টৰ পৰাই দুৰৈৰ নীল নদীটোৰ পাৰে পাৰে থকা শাৰী শাৰী গছ-গছনি দেখা গ'ল। কাইৰো বৰ গৰম। মৰুভূমিৰ মাজত কাইৰো এখন পুৰণি নগৰ। নৈৰ পাৰে পাৰে ৰেলগাড়ী গৈ থকাও দেখিলোঁ। এয়াৰপোৰ্টৰ লাউঞ্জত আমাৰ ভিচা আদি পৰীক্ষা কৰোতে বহু সময় গ'ল। সেই সময়তে আমাৰ গাত মাখিৰোৰ পৰিছিল। তাৰ পৰাই বুজিব পাৰিলো কাইৰো কিমান গৰম ঠাই।

তেনেতে ক'ৰবাৰ পৰা মানুহ এজনে ট্ৰে এখনত নেমুটেঙাৰ চৰবত লগতে বৰফ কেইটুকুৰমান আনি আমাৰ প্ৰত্যেককে আগত ধৰিলে। বৰফ আৰু চৰবত পাই আমি বৰ ভাল পালোঁ। পিচত আমি এখন সাধাৰণ বাছেৰে আমাৰ হোটেল "লোটাচ"ত আমাৰ বস্তুবোৰ থৈ পোনে পোনে পিৰামিড্ চাবলৈ গলোঁ। পিৰামিড্ চাবলৈ নীল নদী পাৰ হৈ কাইৰো চহৰৰ মাজে মাজে যাব লাগে। বাটতে আমি আলহাজ বিশ্ববিদ্যালয়তো দেখিলোঁ, বিৰাট বিৰাট অট্টালিকা আৰু গছ-গছনিৰ মাজত। এই বিদেশ ভ্ৰমণত প্ৰতিখন ঠাইতে আমাৰ কাৰণে ইংৰাজী কব পৰা একোজন গাইড্ দিছিল। এওঁলোকে আমাক এয়াৰপোৰ্টৰপৰা নি হোটেলত ৰখা, বাছকৰনীয়া ঠাইবোৰ দেখুৱা আদি সকলো ব্যৱস্থা কৰে। ইজিপ্তৰ গাইডজনৰ নামটো মনত নাই তেওঁ ক'লে— আলহাজ বিশ্ববিদ্যালয়ত হেনো ষাঠি হেজাৰ ছাত্ৰ-ছাত্ৰীয়ে মেডিকেল আৰু ইঞ্জিনিয়াৰীং পৰ্য্যন্ত বিনামূলীয়া শিক্ষা পায়। ইয়াৰ বাহিৰেও ইচ্লামিক বিশ্ববিদ্যালয়ো দেখিলোঁ। বিশ্ববিদ্যালয়ৰ পিচতে বোটানিকেল গাৰ্ডেন আৰু চিৰিয়া-

খানাৰ কাষেৰে গলো। চাবলৈ মন নগ'ল। চিৰিয়াখানাতো পৃথিৱীৰ ভিতৰত দ্বিতীয় বুলি ক'লে। পিৰমিড চোৱাৰ হেপাহতে আৰু গুৱাহাটীৰ চিৰিয়াখানা দেখাৰ পিছত কাইৰোৰ চিৰিয়াখানা চোৱা নহল। এয়া বোধকৰো আমাৰ ভুল হ'ল। চহৰৰ মাজত বহু কষ্ট কৰি নীল নদীৰ পানী আনি ফুল-গছ আদি লগাইছে। মানুহবোৰ বেছি ভাগেই মুছলমান আৰু বৰ দুখীয়া। ধনীবোৰ বৰ ধনী আৰু দুখীয়াবোৰ বৰ দুখীয়া। আমি থকা হোটেলখনৰ নাম হ'ল লোটাচ হোটেল। আমি ইউৰোপ ভ্ৰমণত পোৱা একমাত্ৰ বেয়া আৰু পুৰণি হোটেল। তাৰ আহাৰো অতি নিম্ন খাপৰ। হোটেলৰ বয়কেইটা দেখিলেও ভয় লাগে। সিহঁত ক'লা বিৰাট বিৰাট একোটা ইজিপ্তচিয়ান। মুৰত এটা বাতিৰ দৰে বগা টুপী। আৰু ডিঙিৰ পৰা ভৰিলৈ এটা বগা হাত কটা হলো চোলা। ইংৰাজী আদি বিশেষ একো নাজানে। মাত্ৰ তাৰ গাইডজন আমাৰ লগত থকা কাৰণে আমাৰ ৰক্ষা। গাইডজনে এটা ভাল কথা ক'লে—যিজনে বিদেশ ভ্ৰমনত আছে তেওঁ অন্ততঃ নিজৰ মাকৰ ছবিখন লগত ৰাখিব লাগে— তেতিয়া ভ্ৰমণকাৰী জনৰ হেনো কোনো বিপদ নহয়। তেওঁৰ কথা শুনি মই মোৰ নোট বুকৰ প্ৰথম পাততে মাৰ ছবি আৰু পিচত মোৰ ল'ৰা ছোৱালীৰ ছবিকেইখন দেখুওৱাত জানিবা তেওঁৰ আমাৰ ভাৰতীয়ৰ প্ৰতি এটি শ্ৰদ্ধা ওপজিল আৰু কলে আপোনালোকৰ সমাজ ব্যৱস্থা চিন্তাধাৰা আমাৰ লগত বহুতো মিলে।

পুৰণি ইজিপ্তবাসীয়ে মৰুভূমিৰ কোনো নিজা সীমা মানি নলৈছিল। তেওঁলোকে মানিছিল মাত্ৰ ব্যৱসায় কৰা ৰাস্তা আৰু (Out post) মুল চকাবোৰ। সেইদৰে নীল নদীৰ উপত্যকাৰ নাম আছিল কেমি "Kemi"। শতিকা ধৰি দক্ষিণৰ সীমা আছিল আছোৱান। আছোৱানৰ পৰা নীল নৈৰে উত্তৰে ভূমধ্য সাগৰলৈ দুৰত্ব প্ৰায় ৭৫০ মাইল। এই নীল নদীৰ পাৰতে বিখ্যাত নগৰ বোৰৰ জন্ম হৈছিল—সেইবোৰ আজিও বিখ্যাত। তাৰে প্ৰধান কেইখন হ'ল- আলেকজেন্দ্ৰিয়া, কাইৰো, লুক্সৰ আৰু আছোৱান। পুৰণি হেলিওপেলিছো বৰ্ত্তমানৰ



কাইৰো নগৰীৰ ওচৰত। মেমফিচ আছিল ইজিপ্তৰ প্ৰথম ৰাজধানী, বৰ্ত্তমান সেউজীয়া পথাৰ আৰু নানা ধৰণৰ গছেৰে ভৰপুৰ। বৰ্ত্তমান ইজিপ্তৰ ৰাজধানী হ'ল কাইৰো। পিৰামিড আৰু সেই সময়ৰ কবৰবোৰ দেখা যায় গিজা আৰু চেকৰা নামৰ ঠাইত। আছোৱানত বৰ্ত্তমান এটি বিৰাট বান্ধ হৈছে। তাৰ পৰা প্ৰচুৰ বিজুলী শক্তি আহৰণ কৰিছে।

খৃঃ পুঃ ৩১০০ শতিকাত উজনি আৰু নামনি ইজিপ্ত লগ-লগাৰ পিছত নীল নদীয়েই প্ৰকৃততে ইজিপ্তৰ ৰাজপথ হৈ পৰিল।

ইজিপ্তচিয়ানসকল সৌন্দৰ্য্য প্ৰেমী, শিল্পী, সাহিত্যিক আছিল। সেইবোৰৰ চিন ইজিপ্তত সিচঁৰিত হৈ থকা মঠ—মন্দিৰ বোৰৰ বেৰত অঁকা নানা ধৰণৰ শিল্প কলাত দেখা যায়। অতীতৰ ইজিপ্তবাসী মতা-তিৰোতাই গাত লিপিট খাই নধৰা ঢিলা মিহি পোচাক পিন্ধিছিল! সুন্দৰ সুন্দৰ গহনা পিন্ধিছিল। হাতত লৰ পৰা বোঞ্জৰ মিহি আইনাৰ দৰে দাপোন ব্যৱহাৰ কৰিছিল। বোধকৰো সেই সময়ৰপৰা প্ৰচলিত আমাৰ অসমীয়া সমাজতো বিয়াৰ দিনা দৰাই হাতত এখন পিতলৰ দাপোন লৈ থাকে নিজৰ ৰূপ চৰ্চা কৰিবলৈ। ইজিপ্তৰ নাৰীয়ে চকুত কাজল আৰু নানা ধৰণৰ সুগন্ধি আঁতৰ ব্যৱহাৰ কৰিছিল। অতীতৰ ইজিপ্তৰ গাভৰুৱে ভাবিস্বামীৰ বাবে ফুল, আঁতৰ, তেল, অলঙ্কাৰ, মদ আৰু চিচস্ট্ৰোম নামৰ বাদ্যযন্ত্ৰ আদি যতনাই দিছিল আৰু প্ৰতিশ্ৰুতি পাইছিল স্বামীৰ পৰা চিৰদিন মৰম আৰু আশ্ৰয় পাব। আৰু সেইদৰে ইজিপ্তচিয়ান সকলে নাৰীক সকলো ধৰণৰ বিপদৰ পৰা ৰক্ষা কৰিছিল, আশ্ৰয় দিছিল আৰু সন্মানো কৰিছিল। তাৰ মাজতো মতা মানুহে মাজে মাজে শাস্তি ভুগিব লাগিছিল— পৰস্ত্ৰী হৰণ কৰা অপৰাধত। সম্ভ্ৰান্ত সকলে কেইবাজনীও তিৰোতা ৰাখিছিল কিন্তু তাৰ ভিতৰত নিজৰ স্ত্ৰীৰ সন্মান বাকীবোৰৰ ওপৰত আছিল।

নাৰীক কিদৰে পালন কৰিব লাগে তাক ইজিপ্তবাসীয়ে কিদৰে কয় সংগ্ৰহ কৰি দিয়া হ'ল— "Fill her belly ; clothe her

back...... Make her heart glad as long as thou livest. She is a profitable field for her Lord."

আন এজনে কৈছে— Do not supervise your wife in her house if you know she is capable. Don't say to her, "Where is it? Get it for us."

৩০০০ বছৰ আগতে ইজিপ্তৰ ডেকা-গাভৰুৱে লিখা দুটি প্ৰেমৰ কবিতা সংগ্ৰহ কৰি দিয়া গ'ল—সেই সময়ত পুৰুষে নাৰীক সকলোধৰণৰ সুখ-সম্ভোগ দিয়াতো কৰ্ত্তব্য আছিল।

এগৰাকী প্ৰেম বিহ্বলা গাভৰুৱে লিখিছিল—

I trouble myself no longer over
My hair-dressing. Yet, if you still
Love me, I will put on my curls,
So I may be ready at any time.

যুবক প্ৰেমিকে লিখিছিল—

Your love awaits me,
Accross the river
A crocodile lies on the sandbar,
But I go boldly into the water—
The waves are land under my feet.
It is your love
That makes me strong;
It weaves a water spell for me.
When I see you coming
My heart dances;
My arms open wide to hold you.

পিৰামিডৰ ওচৰ পাওঁতে আমাৰ মনবোৰ বৰ ভাল লাগিল, এটা নতুন বস্তু দেখিলোঁ। আমাৰ বাছখন গৈ একেবাৰে ডাঙৰ পিৰামিডৰ ওচৰতে ৰ'ল। এজন ৭ ফুট মান ওখ গাইড আহি আমাৰ গাইড চৌধুৰীৰ লগত কথাবতৰা হৈ আমাক আটাইতকৈ ডাঙৰ পিৰামিডৰ ভিতৰলৈ লৈ গ'ল। এই পিৰামিডতো খৃঃ পুঃ প্ৰায় ২৯০০ বছৰ আগতে তৈয়াৰী। মাটিত থকা অংশ প্ৰায় ৭৫৬ বৰ্গ ফুট।





এসময়ত ইয়াৰ উচ্চতা আছিল ৪৮১ ফুট কিন্তু বৰ্ত্তমানে ইয়াৰ উচ্চতা ৪৫০ ফুট। এই পিৰামিড্ৰ ভিতৰত কেইবাটাও কোঠা আছে। এই পিৰামিডটো একলাখ বনুৱাই ২০ বছৰত সাজিছিল। আমি একেলগে শাৰী পাতি থকা তিনিটা পিৰামিড দেখিছিলোঁ। বিৰাট বিৰাট শিলেৰে পিৰামিডবোৰ তৈয়াৰ কৰিছিল। এতিয়া ভ্ৰমণকাৰীক দেখুৱাৰ বাবে পিৰামিডৰ বেৰৰ মাজেৰে এটি সুৰঙ্গ কাটি উলিয়াইছে। পিৰামিডৰ একেবাৰে ওপৰলৈ যাবলৈ কাঠৰ চিৰিত উঠি কাষৰ লোহাৰ ৰডত ধৰি ঠায়ে ঠায়ে হালি, ঠায়ে ঠায়ে থিয়হৈ উঠিযাব পাৰি। পিৰামিডৰ বাহিৰ আৰু ভিতৰত ইমান গৰম যে আমাৰ আটায়ে ঘামি-যামি জুৰুলা হৈছিলো। গাইড জনে কৈছিল এই পিৰামিডটো ৰজা খুফুৰ আছিল। আচলতে এই পিৰামিডবোৰ ৰজা মহাৰজা বোৰৰ বৃহৎ কবৰ একোটাহে। ইজিপ্তৰ ৰজা (Khufu) খুফুক এইটো পিৰামিডত কবৰ দিয়া হৈছিল। সেই সময়ত ৰজাৰ লগত হেনো তেওঁৰ লগুৱা লিগিৰী আৰু আন আন বস্তুক জীৱন্তে কবৰ দিয়া হৈছল। সমগ্ৰ ইজিপ্তত প্ৰায় দুশমান সৰু বৰ পিৰামিড আছে।



আমাৰ দলতোৱে পিৰামিডৰ ভিতৰলৈ শাৰীপাতি সোমাইছিলো। একোডোখৰ শিলৰ উচ্চতা আমাৰ প্ৰায় এককালমান হব। আমি উঠা সৰ্ব্ববৃহৎ পিৰামিডটো ৰজা খুফুৰ (Khufu) আছিল। ই ওখ আছিল ৪৫০ ফুট। ৰজাৰ কফিনটো আছিল একেবাৰে ওপৰ মহলাত। কিছুমান শিলৰ উচ্চতা এজন মানুহতকৈও ওখ। এইবোৰ দুই নিযুত শিলতকৈও বেছি। শিল অনা হৈছিল মৰুভূমিৰ মাজলৈ নীল নৈৰ ওপৰেৰে নাঁৱত, তাৰ পিচত তেল জাতীয় বস্তু দি পিচল কৰি টানি বা ঠেলি, পিচত চেইন-পুলি জাতীয় বস্তুৰে এডোখৰ এডোখৰ কৈ ওপৰলৈ তুলি সজাইছিল। আমি উঠোতে প্ৰথমে গাইড পিচত ইৰাণী হাজৰিকা, প্ৰভা আৰু মই। মোৰ পিচত বাকীবোৰ গৈছিল। আৰু একেবাৰে শেষত লখিমী চৌধুৰী উঠিছিল। নামোতেও আমি সেইদৰে নামিছিলো। একেবাৰে ওপৰত প্ৰায় ১২´×১৪´ মানৰ এটা গ্ৰেনাইড শিলৰ কোঠা আছিল। ওপৰৰ চালখনো বিৰাট বিৰাট গ্ৰেনাইড শিলৰ শ্লেবেৰে ঢকা আছিল। একাষে এটা বাথ টবৰ দৰে গ্ৰেনাইট শিলৰ খালি তব



দেখিলোঁ। গাইডজনে ক'লে— ইয়াতে ৰজা খুফুৰ মামীতো আছিল। মামী হ'ল—ৰজাৰ মৃত দেহটো নানা ধৰণৰ ঔষদ-পাতি-সুগন্ধি বস্তুৰে লেপি বগা কাপোৰ মেৰুৱাই-থিক মৃত দেহৰ সমান সোণৰ বাকছ এটাত ( সোণৰ বাকছতোও আকৌ মৃত দেহৰ আকাৰত তৈয়াৰ কৰি ) ভৰাই থয়। সেই সোণৰ বাকছতো আকৌ শিলৰ তবৰ ভিতৰত থয়। গাইজনে ক'লে বৃটিছে এইবোৰ খালি কৰি থৈ গৈছে। বৰ্ত্তমান ইংলণ্ডৰ বৃটিছ মিউজিয়ামত ৰাখিছে। পিৰামিডৰ সেই কোঠাতোৰ ভিতৰত দুইমুৰে শিলৰ ফাকেৰে দুটা সৰু ফুটা আছে—তাৰে অলপ অলপ বতাহ ভিতৰলৈ আহে। আমি প্ৰায় বিশ মিনিটমান সেই কোঠাটোৰ ভিতৰত আছিলোঁ। উঠা-নমা কৰা সুৰঙ্গৰ চিৰিৰ ওপৰত আৰু কোঠাটোত ইলেক্ট্ৰিক লাইট দিছে।



পিৰামিডৰ ওচৰত ইৰাণী বাইদেৱে উটৰ পিঠিত উঠি ফটো উঠিছিল। মোক ইজিপ্তচিয়ান পোছাকত দেখি ইৰাণী বাইদেৱে হাঁহিছে। ছবিত ধীৰেণ বৰুৱা, বীণা বৰুৱা, আৰু মনোৰমা দত্তবৰুৱাকো দেখা গৈছে।

পিৰামিডৰ বাহিৰত ইজিপ্তচিয়ান কেইজনমানে উটৰ ওপৰত উঠি আহি আমাৰ দলটোৰ লগত সাধাৰণ কেইপদ মান বস্তুলৈ বেপাৰ কৰিব আহিছিল। সিহঁতৰে এজনে আৰববাসী সকলে মৰুভূমিত ব্যৱহাৰ কৰা মুৰত লোৱা বগা বন কৰা কাপোৰ এখন মোৰ মুৰত পিন্ধাই মুৰত মৰা সিহঁতৰ দেশৰ তৈয়াৰী কিবা লতা জাতীয় বস্তু এডালেৰে পিন্ধাই দিছিল আৰু তাৰ দাম ভাৰতীয় মুদ্ৰাত লাগে কুৰিটকা। সাধাৰণ একমিটাৰ মানৰ কাপোৰখন আৰু লতা দালৰ বাবে ইমান দাম দিবৰ মন নগ'ল।

পিৰামিড আৰু স্পিনিক্স পৃথিৱীৰ নানা দেশৰ ভ্ৰমণকাৰীৰ বৰ আকৰ্ষণৰ বস্তু। স্পিনিক্স শব্দটো গ্ৰীক— মানে Throttler. মুখখন সুন্দৰী তিৰোতাৰ, গাটো সিংহৰ আকৃতিৰ আৰু গাত তুখন পাখী থকা। পুৰণি আখ্যান মতে তাই আফ্ৰিকা মহাদেশৰ অটব্য হাবিত বাস কৰিছিল। পিচত ভগৱানে গ্ৰীক ৰজা থিবানক শাস্তি দিবলৈ গ্ৰীক নগৰী টেবিছলৈ পঠিয়াইছিল। স্পিনিক্সে হেনো এডোখৰ শিলৰ ওপৰত বহি থাকি বাটৰুৱাক প্ৰশ্ন কৰিছিল— কোনে পুৰা চাৰিখনেৰে, তুপৰীয়া তুখনেৰে আৰু গধূলী তিনিখনেৰে খোজ কাঢ়ে? কোনো পথিকে সঠিক উত্তৰ দিব পৰা নাছিল। শেহত অডিপাছে উত্তৰ দিলে—মানুহ। কেচুৱাত মানে পুৱা হাত-ভৰি চাৰিখনেৰে, তুপৰীয়া মানে ডাঙৰত অকল ভৰি তুখনেৰে আৰু গধূলী মানে বুঢ়া অৱস্থাত ভৰি তুখন আৰু লাখুটিৰে খোজ কাঢ়ে।

এই ধৰণৰ স্পিনিক্স ইজিপ্তত বহুতো আছে। এটা স্পিনিক্সৰ গাটো সিংহৰ দৰে কিন্তু মুখখন ৰজা তৃতীয় চিচোত্ৰিছৰ দৰে। এওঁ হেনো ইজিপ্তৰ ৰাজ পৰিয়ালৰ ১২ নম্বৰ ৰজা। ১৭৮৮ খৃঃ পূঃ ২০০০লৈ ৰাজত্ব কৰিছিল।

খৃঃ পূঃ ৯৬৯ চনত আল কুহেৰাহ (El Quhiroh) স্থাপিত হৈছিল আৰু লগে লগে আল আজহাৰ মছজিদ, পিছত এই মছজিদ বিশ্ব-বিদ্যালয়লৈ ৰূপান্তৰিত হয় আৰু এই বিশ্ববিদ্যালয়টো পৃথিৱীৰ পুৰণি বিশ্ববিদ্যালয়বোৰৰ এটা। তাত ইচলামিক তত্ব, আৰবী ভাষা-



সংস্কৃতি বিশেষকৈ অন্ধকাৰ যুগৰ ইজিপ্তৰ তথ্যবোৰ অধ্যয়ন কৰিব পাৰি।

পৃথিৱী জয় কৰিব খোজা বীৰ সকলে প্ৰথমে চিন্তা কৰিছিল যে ভূমধ্য সাগৰৰ দাতি কাষৰীয়া ঠাইবোৰতহে প্ৰথমে খুটি পুতিব লাগিব, আৰু সেয়ে আলেকজেণ্ডাৰ দি গ্ৰেটে ইজিপ্তত খোপনি পুতিছিল। নেপোলিয়নে কিন্তু ইংলিচ চেনেলত বৃটিছৰ লগত যুঁজা নাছিল। মাত্ৰ তেওঁ থিক কৰিছিল চুৰেজখাল কাটি পুবৰ দেশবোৰৰ সৈতে বাণিজ্যৰ যোগাযোগ কৰিব। সেইদৰে হিটলাৰেও বৃটিছৰ লগত আলমেনিয়াৰ ( ইজিপ্ত ) যুঁজত হাৰিল। সেইদৰেই যুগে যুগে ইজিপ্তৰ অৱস্থানৰ মূল্য বাঢ়ি গৈ আছে। ১৮৮২ চনত বৃটিছে ইজিপ্ত দখললৈ আনি প্ৰায় ৭৫ বছৰ ৰাজত্ব কৰে। ১৯৫২ চনৰ ২৩ জুলাইৰ দিনা বাৰজন ডেকা সৈনিকে ইজিপ্তৰ এটা নতুন যুগৰ ৰচনা কৰে আৰু ১৯৫৩ চনৰে পৰা ইজিপ্ত এখন গণৰাজ্যলৈ ৰূপান্তৰিত হয়। চুৰেজ চেনেল কাটি উলিয়াইছিল ১৮৬৯ চনত। প্ৰেচিডেণ্ট নাচেৰে আচোৱান ( Aswan ) ডামটো সজাইছিল সমগ্ৰ ইজিপ্তৰ বিজুলী শক্তিৰ বাবে। নাচেৰৰ দিনত চুৰেজ চেনেলৰপৰা বছৰি ইজিপ্তে আয় কৰিছিল প্ৰায় ১০০,০০০ ০০০ ডলাৰ ( দহ কোটি ডলাৰ )। কাইৰোত এতিয়া নিউক্লিয়াৰ ফিজিক্সৰ ডাঙৰ লেবৰেটৰী এটাও হৈছে। ইজিপ্ত এখন মুছলমান প্ৰধান, আৰু আৰবীভাষী দেশ। কিন্তু ইজিপ্তৰ মানুহে নিজকে মোহাম্মদান বুলি নকয়। সেই কাৰণে ইজিপ্তচিয়ানক জানিবলৈ আৰু তেওঁলোকৰ সংস্কৃতিক জানিবলৈ প্ৰথমে ইচলাম ধৰ্মৰ বিষয়ে জানিব লাগিব।

কাইৰো মহানগৰীৰ ভিতৰত বেছ কাৰুকাৰ্য্য কৰি সজোৱা ধুনীয়া ফুলৰ বাগিছাৰ মাজত স্বৰ্গগত প্ৰেচিডেণ্ট নাচেৰৰ কবৰটো দেখিলো।

পিৰামিড চাই ওভটি আহোঁতে আমি কেইবামাইলো জুৰি সৰু ডাঙৰ পকীঘৰ দেখিলোঁ— কিন্তু মানুহ নাই। গাইডজনে ক'লে— এইয়া ডেদ্‌চিটি অৰ্থাৎ কবৰৰ মহানগৰী। সন্ধিয়া হোৱাৰ লগে লগে কাইৰো চিটিৰ জাক-জমকীয়া লাইটৰ মাজেৰে নীল নদীৰ

দলঙেৰে পাৰ হৈ হোটেল পালোঁ। সেই নিশা গা-পা ধুই আমি অতি সাধাৰণ ধৰণৰ আহাৰ খালোঁ। সেইয়া আছিল চিকেন ৰোস্ত, আলুভজা, মটৰ গুটি সিজোৱা, আৰু চালাড্। এইয়া আছিল আমাৰ ইউৰোপ ভ্ৰমণত পোৱা বেয়া আহাৰ আৰু সাধাৰণ হোটেল।

ইজিপ্তৰ প্ৰধান উৎপন্ন বস্তু হ'ল কপাহ, ধান, ঘেহুঁ, মাকৈ, ফ্ৰেঞ্চ বিন, নানা ধৰণৰ গুটিৰ গছ, পিয়াজ আদি আৰু খনিজ দ্ৰব্যৰ ভিতৰত, কেৰাচিন, পেট্ৰোল, গেছ, ডিজেল তেল, লোন ইত্যাদি।

পুৰা ৯ মান বজাত এয়াৰপোৰ্টলৈ যোৱাৰ আগতে আমাক পৃথিৱীৰ বৃহৎ আৰু পুৰণি মছজিদটো বাছৰ পৰাই দেখুৱালে আৰু পিচত পাহাৰৰ টিলা এটালৈ বাছেৰে লৈ গৈ আন এটি মছজিদ দেখুৱালে। তাত কাপোৰৰ জোতা পিন্ধিহে সোমাব পাৰি। সেই মছজিদটোৰ ভিতৰত কিছু সোণৰ কাৰুকাৰ্য্য দেখিলোঁ।



দুপৰীয়া বাৰ মান বজাত কাইৰো এৰি চুইছ এয়াৰৰ বোয়িং যোগে পুনৰ আকাশলৈ উৰা মাৰি মৰুভূমিৰ তপত বালিৰ ওপৰেৰে গৈ ভূমধ্যসাগৰৰ নীলা পানীৰ সৌন্দৰ্য্য উপভোগ কৰি বিশ্বপিতাৰ অপুৰ্ব্ব সৃষ্টিত তন্ময় হৈ গ্ৰীছ দেশৰ ৰাজধানী এথেন্স পাওঁ—আবেলি ৩-৩৫ মিনিটত।

চুইছ এয়াৰৰ ষ্টুৰ্'াডে আৰু হোষ্টেজ কেইগৰাকীয়ে প্ৰতিজন যাত্ৰীৰ গা-ভালদৰে পৰীক্ষা কৰিহে প্লেনত উঠিব দিছিল। কাৰণ সেই সময়ত পৃথিৱীৰ নানা দেশৰ প্লেন হাইজেক্ কৰা লৈ সকলো দেশ উদ্বিগ্ন হৈ পৰিছিল।

চুইছ এয়াৰত আমাক দুপৰীয়াৰ আহাৰ দিছিল—তাত আছিল, পোলাওৰ দৰে ঘিভাত, আলু আৰু বিলাহীৰ তৰকাৰী, মাখন, তিনিবিধ কেক্, লোফ, কেইবাবিধো ফল আৰু চাহ। এথেন্সৰ এয়াৰ পোৰ্টৰ পৰাহে আমি আমাৰ চুট্‌কেছ, হেণ্ডবেগ আদি নিজে কঢ়িয়াব লগাত পৰিলোঁ। আমাৰ লগৰ যাত্ৰী কেইজনমানে কেইবাটাও চুট্‌কেছ নিছিল। আমাৰ মানে মোৰ আৰু প্ৰভাৰ মাজত এটা চুট্‌কেছ, দুটা হেণ্ডবেগ। তাৰোপৰি প্ৰভাৰ হাতত আন এটি ডাঙৰ বেগ, এই বেগটোত ডাঃ মাধৱ দাসে দিয়া বহু ৰকমৰ টেবলেট আছিল। যিহওঁক ভগৱানৰ কৃপাত কলিকতাৰ মুখাৰ্জীৰ ঘৈণীয়েকক দাঁতৰ বিষৰ পিল আৰু জাৰ্মানজনক ভিক্স লজেন্সটো দিয়াৰ বাহিৰে আন একো ব্যৱহাৰ নহ'ল। মোৰ মেকিনটোচ ওভাৰ কোট আৰু প্ৰভাৰ হাতত তেওঁৰহাফ কোটতো। বিদেশ যাত্ৰাত যিমানেই কম বস্তু নিয়া যায় সিমানেই আৰাম। এয়াৰ পোৰ্টত আকৌ পাচপোৰ্ট আৰু ভিচা আদি পৰীক্ষা কৰি চালে। এনেতে চি-আই-টিৰ মানুহ আহি আমাক কেইবাখনো টেক্সীৰে হোটেল গেলেক্সীলৈ লৈ গ'ল।

এথেন্স গ্ৰীছ দেশৰ ৰাজধানী, ভূমধ্যসাগৰৰ পাৰত অৱস্থিত এখন

অতি পুৰণি জাক্-জমকীয়া নগৰ। পুৰণি আভিজাত্য আৰু নতুনৰ সংমিশ্ৰনত গঢ়ি উঠা এখন উন্নত দেশ। আমি সাগৰৰ পাৰত থকা হোটেল গেলেক্সীত আছিলোঁ। একেবাৰে নতুন নতুন আধুনিক ঘৰ-দুৱাৰ, ৰাস্তা-ঘাট, অথচ পুৰণি ঐতিহ্যকো এৰি দিয়া নাই। পুৰণি ঐতিহ্যৰ স্মৃতি চিনবোৰ সযত্নে সংৰক্ষণ কৰিছে। কাৰণ, এইবোৰ ভ্ৰমণ-কাৰীৰ আকৰ্ষণৰ বস্তু। তেওঁলোকৰ দেশৰ এক বিশাল বুৰঞ্জী একোডোখৰ শিলৰ ধ্বংস স্তুপত জিলিকি আছে—তেওঁলোকৰ অতীতৰ কীৰ্ত্তি স্তম্ভ ৰূপে। এইবোৰ দেখুৱাই তেওঁলোকে গৰ্ব কৰে, আৰু বিদেশী ভ্ৰমণকাৰীৰপৰা অজস্ৰ বিদেশী মুদ্ৰা অৰ্জ্জন কৰে, অথচ আমি অসমীয়াই কি কৰিছোঁ। অসমৰ মঠ-মন্দিৰবোৰ, আহোম ৰজাৰ পুৰণি কীৰ্ত্তি চিহ্নবোৰ উৰঁলি যাব ধৰিছে। ৰংঘৰ, কাৰেংঘৰ আদিৰ দুৰাৱস্থা দেখিলে দুখ লাগে—তাৰ্লে বিদেশী পৰ্য্যতকৰ কথা বাদ দি আমাৰ অসমৰ-তথা ভাৰতৰ ভ্ৰমণকাৰীবো যাবলৈ মন নাযায়। সেইবোৰৰ সংৰক্ষণ নাই, ভ্ৰমণকাৰীৰ সেইবোৰৰ ওচৰত থকা-খোৱাৰ ভাল সুবিধা নাই, সেইবোৰৰ ওচৰত ফটোগ্ৰাফাৰ, ফটোগ্ৰাফৰ দোকান, আৰু স্মৃতিচিন হিচাবে নিজৰ দেশলৈ নিবলৈ কোনো বস্তু নাই। যি বস্তু বিদেশীসকলে নি নিজ দেশ আৰু ঘৰত দেখুৱাব পাৰে। আমি কিন্তু তেওঁলোকৰ দেশৰ পৰা একোটা সৰু সৰু স্মৃতি চিহ্ন, ৰঙীণ পোষ্টকাৰ্ড, কিতাপ, স্লাইড্ আদি আনিছোঁ। আমাৰ দেশত কোনো এনেকুৱা নিবনুৱা যুবক নাইনে? যে তেওঁলোকে পিতলৰ, শিহৰ বা তামৰ কিছুমান নিখুট সৰু সৰু প্ৰায় ৩ ইঞ্চি মানৰ ভিতৰত হুবহু গড়, হাতী, মেথোন, কাৰেংঘৰ, ৰংঘৰ, অসমৰ বিভিন্ন মন্দিৰৰ মডেল, অসমীয়া শৰাই, আদিৰ প্ৰতিকৃতি, সুন্দৰ ধুনীয়া অসমীয়া সাজৰ পুতলা, হাতীৰ দাঁতৰ বস্তু, নানা ৰঙৰ ধুনীয়া গামোছা, টাই, ৰুমাল, মহিলাৰ স্কাৰ্ফ, স্কাৰ্টৰ কাপোৰ, পাট-মুগাৰ বিভিন্ন ধৰণৰ আৰ্কষণীয় পাশ্চাত্য পোছাক পৰিচ্ছদ, ভিউকাৰ্ড, ৰঙীণ স্লাইড্, ফটোথকা ধুনীয়া কিতাপ. ইত্যাদি, যিবোৰে পৃথিৱীৰ বিভিন্ন দেশৰ ভ্ৰমণকাৰীক আকৃষ্ট কৰিব পাৰে, সেই ধৰণৰ সুন্দৰ সুন্দৰ বস্তুবোৰ উলিয়াই—



সেইবোৰ ৰংঘৰ, কাৰেংঘৰ, কাজিৰঙা, কামাখ্যা, বশিষ্ঠ, গৰমপানী, মানাহ, গুৱাহাটীৰ মিউজিয়াম, চিলং, অসমৰ ৰেলষ্টেচন এয়াৰপোৰ্ট, আদিত ভ্ৰমণকাৰীক আকৃষ্ট কৰিব পৰা ঠাইত গৈ ব্যৱসায় কৰিব নোৱাৰেনে? বিদেশী মুদ্ৰা আৰ্জ্জন কৰিব পৰা এইবোৰ কৰিবলৈ শিক্ষিত অসমীয়া ডেকা-গাভৰু ওলাই আহক। পিচত চাব, আপুনি নতুন নতুন বস্তু আৰু লগতে বঢ়াই গৈ আছে আৰু নানা ঠাইত আপোনাৰ শাখা গঢ়ি উঠিছে।

তাৰোপৰি আমাৰ শিক্ষিত ডেকা টেক্সী ড্ৰাইভাৰ কেইজনমানে সাধুতাৰে আৰু নতুন উপায়ে ব্যৱসায় কৰিব পাৰে। বিদেশী পৰ্য্যতকসকলৰ বাবে সমগ্ৰ অসমৰ চাবলগীয়া ঠাইবোৰলৈ বিদেশী ভ্ৰমণকাৰীক নিজে গাড়ীৰে লৈ গৈ সস্তা আৰু কম খৰছত থকা-খোৱাৰ বাবে সুন্দৰ, পৰিস্কাৰ হোটেলৰ লগত ব্যৱস্থা কৰি চাবলগীয়া ঠাই বোৰ নিজে গাইড হিচাবে দেখুওৱা। তাৰবাবে কলিকতাৰ এয়াৰ পোৰ্ট আৰু গুৱাহাটী এয়াৰপোৰ্টত, ষ্টেচন আদিত আপুনি বিজ্ঞাপনৰ ব্যৱস্থা কৰিব লাগিব—আপোনাৰ গাড়ীৰ নম্বৰ, টেলিফোন নম্বৰ, চাবলগীয়া ঠাইবোৰৰ চমু বিৱৰণ, আপোনাৰ নাম—তেওঁলোকে ক'ত কি বস্তু ন্যাৰ্য্য দামত কিনিব পাৰে তাৰ ব্যৱস্থা কৰা, চাবলগীয়া ঠাইবোৰৰ নিখুট বিৱৰণ, বুৰঞ্জীমুলক ব্যখ্যা আদি যদি আপুনি নিজে কৰিব পাৰে, তেন্তে বিদেশীভ্ৰমণকাৰীয়ে আন ট্ৰেভেল এজেন্টৰ লগত ব্যৱস্থা নকৰে। আপুনি কিন্তু ভ্ৰমণকাৰীক ভাল ঠাইলৈকেহে নিব লাগিব। তেওঁলোকক আপুনি নিজৰ পৰিয়ালৰ মানুহতকৈও বেচি মৰম, সহায়-সহানুভুতি দেখুৱাব লাগিব আৰু সকলো সময়তে হাঁহি স্ফুৰ্ত্তিলগা কথা কৈ আৰাম দিব লাগিব—শেহত দেখিব আপোনাৰ নামত ইংলেণ্ড, আমেৰিকা, ৰাছিয়া, চীন, অষ্ট্ৰেলিয়া, জাপান, কানাডা আদি বিভিন্ন দেশৰ বিভিন্ন যাত্ৰীৰ পৰা আগধৰি টেলিগ্ৰাম আহি আছে। শেহত আপুনি টেক্সী বাদ দি সুন্দৰ আৰামী টুৰিষ্ট বাছৰহে ব্যৱস্থা কৰিব লগা হৈছে। এই টুৰিষ্টৰ ব্যৱসায়তো এটা ডাঙৰ ব্যৱসায়। আপুনি মাত্ৰ সদায় যাত্ৰীসকলৰ সুবিধা-

বোৰহে চিন্তা কৰিব লাগিব। তেওঁলোকে যেন সদায় কম খৰছত নিৰাপদে, আৰামত আমাৰ দেশ ভ্ৰমণকৰি ওভটি যাব পাৰে, আমাৰ অসৎ মানুহৰ হাতত যেন নপৰে—ইমান খিনি কাম কৰিলেই আপুনি এসময়ত পৃথিৱী বিখ্যাত হৈ পৰিব—টুৰিষ্টৰ মাজত। কাৰণ বিদেশী ভ্ৰমণকাৰীয়ে নানা দেশত নানাজনৰ লগত এইবোৰেই আলোচনা কৰে।

সেই পশ্চিমীয়া দেশবোৰত আৰু এটা ডাঙৰ পৰ্য্যতকৰ ব্যৱসায় আছে, সেয়া হ'ল—সৰু ডাঙৰ মটৰগাড়ী ভাৰাত পোৱা—আপুনি যদি নিজে গাড়ী চলাই আৰু আপোনাৰ যদি ইণ্টাৰনেচেনেল ড্ৰাইভিং লাইচেন্স থাকে তেন্তে যিকোনো গাড়ী ভাৰা দিয়া কোম্পানীৰপৰা আপুনি গাড়ী এখন ভাৰাত ল'ব পাৰে—দিন বা ঘণ্টা হিচাবে। পেট্ৰোল-মবিল কিন্তু আপুনি ল'ব লাগিব। সেই গাড়ী ৰোমত লৈ পেৰিচত সেই কোম্পানীৰ অফিচত জমা দি যাব পাৰে, বা পেৰিচত লৈ মিউনিক, জেনেভা বা আন কোনো ডাঙৰ ইউৰোপীয়ান নগৰীত থকা সেই কোম্পানীৰ অফিচত জমা দি যাব পাৰে। এইবোৰ ব্যৱসায় কিন্তু সৎ মানুহৰহে ব্যৱসায়।

আজি কিছুবছৰ আগতে গুৱাহাটীত তেনেকৈ চাইকেল ভাৰাত পোৱা গৈছিল। ভাৰাদিয়া কোম্পানীও প্ৰায় চাৰিটামান হৈছিলগৈ—কিন্তু কি হ'ব, অসতৰ দেশত চাইকেল আৰু ঘুৰি নাহিল। বহুতো চাইকেল চুৰি হ'ল—বহুতো চাইকেলৰ পাৰ্টছ বদলি হ'ল আৰু সেই ব্যৱসায়ো তেতিয়াই লগে লগে বন্ধ হৈ গ'ল। এই ধৰণৰ অসাধুতাৰে কিন্তু একো কৰিব নোৱাৰি। সাধুতাই উন্নতিৰ মুল মন্ত্ৰ।

ইও এক আচৰিত কথা, যে বিশ্বৰ প্ৰত্নতাত্ত্বিক অধ্যয়নৰ বাবে এথেন্সত—ফ্ৰান্স, জাৰ্মেনী, গ্ৰেট ব্ৰিটেইন, অষ্ট্ৰিয়া, ইটালী আৰু আমেৰিকাৰ নিজা নিজা স্কুল আছে। এই স্কুলবোৰক গ্ৰীক চৰকাৰেও কিছু সহায় কৰে।

এথেন্সৰ অধিবাসীসকলে বেচিভাগ সময় মুকলিত থাকিব ভাল পায়। মুকলিত কাম-কাজ কৰি ভাল পায়। আজৰি সময়ত ধেমেলীয়া কথাৰ দ্বাৰা যুক্তিৰে যি কোনো কথা আলোচনা কৰি ভাল



পায়। নিচেই পুৱাতে প্ৰথমে ৰাজ আলিত দেখা যায়—বিলাহী, নানা ধৰণৰ শাক পাচলিলৈ ঘৰে ঘৰে বেচি ফুৰা বেপাৰীসকলক। পিচত আঙুৰ বেচা বেপাৰী আৰু শেহত ওলাই নানা ৰঙৰ ধুনীয়া ধুনীয়া ফুল বেচা মানুহবোৰ। ইউৰোপত আন আন চহৰৰ দৰে এথেন্সো উজ্জল জাক্‌জমকীয়া। ফেব্ৰুৱাৰী আৰু অক্টোবৰত দুটা ডাঙৰ উৎসৱ হয়—ফেব্ৰুৱাৰীৰ উৎসৱত ছাগলী-পোৱালীৰ ৰোস্ত খোৱাৰ সময়। সেই সময়ত থিয়েটাৰ, চিনেমা আদিত জন-সমুদ্ৰৰে ওপচি পৰে। আৰু গ্ৰীছ দেশৰ থিয়েটাৰৰ বতৰ আৰম্ভ হয়। অক্টোবৰৰ উৎসৱত আঙুৰৰ ব্যৱসায় আৰম্ভ হয়। মদ তৈয়াৰ হয়—আৰু তেতিয়া ভূমধ্য সাগৰৰ শীত কাল আৰম্ভ হয়। নেচেনেল ষ্টেট অৰ্কেষ্ট্ৰা সপ্তাহত দুদিনকৈ অনুষ্ঠিত হয় আৰু বিদেশী বেলে নৃত্যকাৰি সকলকো নিমন্ত্ৰণ কৰা হয়।

এথেন্সত আৰু এটা অতি আৰামদায়ক ভ্ৰমণ আছিল, সেয়া আছিল ভূমধ্য সাগৰত এদিনৰ পৰা সাদিন আধুনিক জাহাজেৰে ভ্ৰমণ। কিন্তু আমাৰ সময়-সুবিধা নোহোৱাত সেই সাগৰ ভ্ৰমণ ইচ্ছা থকা স্বত্তেও উপভোগ কৰিব পৰা নগ'ল। সেই সাগৰ ভ্ৰমণত সৰু সৰু দ্বীপবোৰলৈ যায় হেনো বৰ স্ফূৰ্ত্তি লাগে।

এথেন্সেই এসময়ত বিখ্যাত দাৰ্শনিক চক্ৰেটিচৰ কৰ্মভূমি আছিল। খৃঃ পূঃ ১৪০০ শতিকাত গ্ৰীক দাৰ্শনিক প্লেটোৱে এখন একাডেমী প্ৰতিষ্ঠা কৰিছিল।

এথেন্সৰ ৰাস্তাবোৰ বেছ বহল। সাগৰৰ পাৰবোৰ ধুনীয়া চুইমিং পুল, ৰেস্তোৰা, বাৰ, খেলা-ধুলাৰ ঠাই, নাইট ক্লাব আদিৰে ভৰপুৰ। পুৱা আমি আটায়ে হোটেলৰ আগেৰে সাগৰৰ পাৰে পাৰে ফুৰিবলৈ গলো। সাগৰৰ পাৰত এজনী নতুনকৈ বিয়া হোৱা তিৰোতাই চুইম চুট পিন্ধি নিজৰ প্ৰথম সন্তানক ( বোধকৰো ৯ মাহ মান বয়স হব ) শিল এটাৰ ওপৰত বহুৱাই কেচুৱাটোলৈ পানী চতিয়াই খেলি আছিল, আৰু প্ৰায় দহগজ মান দূৰৈত তাইৰ গিৰিয়েকে সাঁতুৰি আছিল। দেখি ভাব হৈছিল, সিহঁতে জীৱনটো কেনেকৈ উপভোগ কৰিছে আৰু

আমি ভাৰতীয়বোৰে কি কৰি আছো।

নিশা আমি টুৰিষ্ট বাছেৰে নিজৰপৰা প্ৰত্যেকে চাৰি ডলাৰকৈ দি নাইট ইন এথেন্স ভ্ৰমণত ওলালোঁ। সাগৰৰ পাৰে পাৰে, মহানগৰীৰ জনবহুল আলি পদূলীৰে নানা ধৰণৰ লাইটৰ মাজেৰে গৈ নিশা প্ৰায় ৯ মান বজাত এখন ৰেস্তোৰাত সোমাই আটায়ে কফি খাওঁ। সেই কফি খোৱাৰ সময়ত কাষতে পপ মিউজিকৰ বেণ্ড বাজি আছিল। মোৰ ওচৰতে প্ৰায় বিশ বছৰ মান বয়সৰ এজন বিদেশী ডেকা বহিছিল। তেওঁৰ লগত নানা ধৰণৰ কথা হ'ল। তেওঁ এজন বৃটিছ যুৱক। তেওঁ হেনো এথেন্সত পঢ়ি আছে। আমি ইণ্ডিয়াৰপৰা যোৱা বুলি জানি তেওঁ ক'লে—মই ইণ্ডিয়াৰ এজন মানুহক জানো। মই তেওঁৰ নাম সুধিলোঁ। মই ভাবিছিলোঁ তেওঁ নিশ্চয় নেহেৰুৰ নামকে ক'ব। কিন্তু ক'তা? তেওঁ অলপ সময় ভাবি ক'লে—তেওঁ ফিল্ম ডাইৰেক্টৰ আৰু এক্টৰো। মোৰ আৰু বুজিবলৈ বাকী নাথাকিল যে সেয়া ৰাজকাপুৰৰ কথাকে কৈছে। তেওঁহেনো ৰাজকাপুৰৰ 'সঙ্গম' নামৰ ছবিখন লণ্ডনত চাইছিল। সেই নিশা আমি ১১ বজাত ওভটি আহি শ্ৰীমতীহঁতক হোটেলত থৈ আমি তিনিও অৰ্থাৎ শ্ৰীমুনীন দত্ত বৰুৱা, শ্ৰীধীৰেণ বৰুৱা আৰু মই নাইট ক্লাব বিচাৰি ওলালো। অলপ দূৰ আহিয়েই এটা পেট্ৰল পাম্পৰ ওপৰত পপ মিউজিকৰ ভীষণ শব্দ শুনি আগুৱাই গৈ ভিতৰ সোমাই দেখো বেৰবোৰত নানা ৰঙৰ পোহৰ অহা যোৱা কৰিব ধৰিছে। তেতিয়া মানুহ কিন্তু বৰ কম। দুহালি মান ডেকা-গাভৰুৱে সাৰটা-সাৰটি কৰি ফুচ্ ফুচাই প্ৰেমালাপত ব্যস্ত, মাজে মাজে চুমা খাইছে আৰু মাজে মাজে বিয়েৰ খাই আছে। আমি সোমাই যোৱাট নাইট ক্লাবৰ মালিক জন ওলাই আহি আমাক নতুন মানুহ দেখি আগবঢ়াই লৈ গ'ল আৰু আমাক মাজত বহুৱাই লৈ নিজে বিয়েৰ অনাই ইংৰাজীতে আমাৰ লগত কথা কোৱাত লাগিল। পিচত তেওঁৰ পৰা জানিলো যে, তেওঁ এজন ইলেক্‌ট্ৰিকেল ইঞ্জিনিয়াৰ। সুবিধাজনক চাকৰি যোগাৰ কৰিব নোৱাৰি এই নাইট ক্লাব খুলিছে। মানুহজন বৰ ভদ্ৰ, অমায়িক



আৰু মৰমীয়াল। আমি চাৰিওজনে একেলগে বহি বহুত সময় কথা বতৰা কৈ তেওঁৰ ইলেকট্ৰিকৰ কাৰু-কাৰ্য্য চালোঁ। তেওঁৰ ডেন্সৰ ফ্লোৰখনৰ চাৰিওফালে ওপৰ আৰু তলৰপৰা ৰঙীণ লাইট লগাই থোৱা আছিল আৰু মিউজিকৰ লগে লগে লাইটবোৰে নাচি থাকে। তেওঁ লাইটৰ লগত ষ্টিৰিও মিউজিক মিলাই থৈছে। কেইবাটাও দিশৰ পৰা ৰঙীণ লাইটৰ ব্যৱস্থা কৰিছে। যিজন অপাৰেটৰে মিউজিক লাইট আদি পৰিচালনা কৰিছিল তেওঁ এবাৰ ওলাই অহাত যেন যীশুহে আহিল—তেনে লাগিল। পিচত লাহে লাহে নাইট ক্লাৱত মানুহৰ ভীৰ হৈ অহাত আমি আন এখনলৈ বুলি মালিক জনৰ পৰা বিদায়লৈ আহিলোঁ। তেওঁৰ ব্যৱহাৰে আমাক মুগ্ধ কৰিছিল— তেওঁলোকৰ দেশ খনলৈ আমাৰ শ্ৰদ্ধা ওপজিছিল। পিচত সন্মুখৰ ভীষনজোৰে শ-শ মটৰ গাড়ী চলি থকা ৰাস্তা দুটা কোনো মতে পাৰ হৈ সাগৰৰ কাষত বালিৰ ওপৰত থকা আন এখন মুকলী নাইট ক্লাৱলৈ গলোঁ। তাতো নানা ধৰণৰ লাইটৰ কাৰবাৰ। সেইবোৰ ক্লাৱৰ বিশেষত্ব হ'ল পেৰিছৰ নাইট ক্লাৱৰ দৰে সম্পুৰ্ণ উলঙ্গ নহয়—সিমান যৌন উত্তেজনা এইবোৰ ক্লাৱত নেদেখিলোঁ। এই ক্লাৱবোৰলৈ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী যায়। কফি, বিয়েৰ, ব্ৰেণ্ডী-হুইস্কী আদি খায় সঙ্গীতৰ মাজত কেইঘণ্টা মান থাকি, নাচি মনটো-দেহটো ৰঙীণ কৰি শৰীৰটো টঙাই দিনটোৰ পৰিশ্ৰম পাহৰি যায়। সাগৰৰ পাৰৰ এই নাইট ক্লাৱটোৰ লাইট আৰু মিউজিক অপাৰেটৰজন নাচৰ ফ্লোৰৰ পৰা প্ৰায় তিনিফুট মান ওপৰত বহে আৰু বিৰাট হোচ পাইপ এদালেৰে বেছ জোৰকৈ পানী ওলাই ডেনচিং ফ্লোৰৰ চাৰিওফালে বাগৰি যায়। চাই থাকিলে এনেকুৱা লাগে, যেন সৰগৰ নৰ্ত্তকীহঁতে নাচি নাচি মৰ্ত্ত্যলৈ গঙ্গাক নমাই আনিব ধৰিছে। কাষতে মুকলিত এখন বাৰ আছে। তাৰ পৰাই দৰ্শকে কফি, বিয়েৰ আৰু আন আন পানীয় কিনি খাই। বহু নিশালৈ এইবোৰ চলে। আমি ফ্লোৰৰ কাষত থকা চকিত বহি প্ৰায় ডেৰঘণ্টা মান সময় এহাল ধুনীয়া ডেকা-গাভৰুৱে নাচি থকা চালোঁ। নাচৰ মুদ্ৰা একেটাই। বিশেষ

পৰিবৰ্ত্তন নাই। কিন্তু নাচি নাচি সিহঁত যেন ভাগৰি পৰিল। সেই নিশা আমি ওভটি আহোতে বহুত পলম হ'ল।

এথেন্সৰ ৰাস্তাবোৰ যথেষ্ট ডাঙৰ। অহা গাড়ী এফালে আহে আৰু যোৱা গাড়ী এফালে যায়। একেটা ৰাস্তাতে একেলগে তিনিখন মান গাড়ী যাব পাৰে। গাড়ীৰ স্পিডো ঘণ্টাত এশ মাইলৰ কম নহব।

পুৱা খুব সোনকালে মিৰিদা আৰু বলভদ্ৰ দাসে উঠি দুয়ো ফুটপাথেৰে ফুৰোতে বাটত কুকুৰে ধৰিলে। তেতিয়া মিৰিদাই হেনো কুকুৰ কেইটাক কলে—হেই হেই আমাক নাকামুৰিবি আমি অসমীয়া মানুহ দেখা নাই—এই বুলি কোৱাত হেনো কুকুৰ কেইটা আঁতৰি গ'ল। সেইদিনা দিনৰ প্ৰায় ১০ মান বজাত এইজিয়ান সাগৰত গেলেক্সী হোটেলৰ মুখে মুখে দেউতাৰ অস্থি খিনি পৰম শ্ৰদ্ধাৰে সাগৰত তৰ্পণ কৰি অৰ্পণ কৰিলো। মোৰ মায়ে সাগৰত অস্থি লগাব কৈছিল। এথেন্সৰ ভূমধ্য সাগৰৰ দিগন্তত পৃথিবীৰ নীলা আকাশখনে যেন নীলা সাগৰখনক মৰমেৰে আকোৱালী লৈছে, তেনে লাগে।



গ্ৰীক মানুহবোৰৰ সৌন্দৰ্য্যৰ নমুনা গোটেই দেশখনতে বিয়পি আছে।



পেণ্টনিয়নৰ আৰ্কিওপোলিছ মিউজিয়ামত থকা তিনিগৰাকী বিখ্যাত মূৰ্ত্তিৰ ছবি আগৰ পিঠিত দেখা গৈছে। সেই মূৰ্ত্তিবোৰৰ গঠনৰ সমানুপাতিকতা সুঠাম স্বাস্থ্যৰ নিদৰ্শন, নাক-মুখ, চুলি, কাপোৰৰ ভাজ আদি মনকৰিবলগীয়া।

গ্ৰীক লিখক থ্ৰিচুদিছে ২৫০০ বছৰ আগতে লিখিছিল—"আমি গ্ৰীক মানুহবোৰ সৌন্দৰ্য্য প্ৰেমিক— যদিও আমাৰ জীৱন ধাৰণ অতি সাধাৰণ"।

ভূমধ্য সাগৰত গ্ৰীছৰ বহুতো সৰু সৰু দ্বীপ আছে। সৰ্ব্বমুঠ প্ৰায় ১৫০০ দ্বীপৰ ভিতৰত মাত্ৰ ১৬৬ টাতহে মানুহে বসতি কৰিব পাৰে। প্ৰকৃতিৰ এই সুন্দৰ ধুনীয়া দ্বীপবোৰ, অথচ আগ্নেয়গিৰি, যুদ্ধ, বিপ্লৱ আদিতো মাজে সময়ে জুৰুলা হৈ থাকে।



এথেন্সৰ ইপিডেউৰাছ থিয়েটাৰ (Epidaurus) ৰ বৰ্ত্তমান ভগ্নাৱশেষহে দেখিবলৈ পোৱা গ'ল। এই মুকলি থিয়েটাৰ প্ৰাঙ্গনতে ১৮২২ চনত গ্ৰীক দেশৰ স্বাধীনতা ঘোষণা কৰা হৈছিল। কিন্তু গ্ৰীকসকল সম্পূৰ্ণ স্বাধীন হ'ল ১৮২৯ চনতহে। আৰ্কিওপলিছৰ গাটে লগা মুকলি মঞ্চখনৰ নাম হ'ল, ডায়োনাচাচ, (Dionysus)।

গ্ৰীছৰ মাটীকালি ৫১,১৮২ বৰ্গ মাইল। গ্ৰীক প্ৰধান ভাষা তাৰ্কি। ইংৰাজী, ফৰাছী আদিও কয়। ৰাজধানী এথেন্স, ধৰ্ম জাতীয় গীৰ্জ্জাৰ অৰ্থদক্স। জাতীয় সম্পদবোৰ—বছৰি ৮০,০০০ টনকৈও অধিক মাছ ধৰে। যথেষ্ট পৰিমাণে গম, কপাহ, জলফাই, ধপাত, আলু, চাউল আৰু নানা জাতীয় তৰকাৰী, ঘোৰা, গাধ, গাহৰী, গাই-গৰু, ছাগলী, আৰু ভেৰাও যথেষ্ট পৰিমাণে আছে। খনিজ সম্পদবোৰ হ'ল—বক্সাইট লো, লিগনেট, তাম, জিঙ্ক, সীহ, নিকেল, সোণ, ৰূপ, চালফাৰ, আৰু মাৰ্ব্বল। জনসংখ্যা ৮.৬০০,০০০ ৰ বেছি। বৰ্ত্তমান এথেন্সৰ জনসংখ্যা ১৯০০,০০০। শতকৰা ৮৫—৯০ ভাগ মানুহে শিক্ষিত। ৬—১৪ বছৰ বয়সলৈ বিনামূলীয়া শিক্ষা দিয়ে। দেশবাসীক জাতীয় বীমাৰ দ্বাৰা আবৃত কৰিছে। যেনে—বেমাৰী, দুৰ্ঘটনা, নিবনুৱা, প্ৰসুতি স্বাস্থ্যৰ বাবে সকলো ধৰণৰ ডাক্তৰী চিকিৎসা, যত্ন আৰু বুঢ়া বয়সত পেঞ্চন অকামিলা মানুহৰ বাবে পেঞ্চন আদি সেই দেশৰ চৰকাৰৰ নাগৰিকৰ প্ৰতি কৰা কল্যানমূলক কাম।

গ্ৰীছৰ ব্যৱসায়িক সাগৰত চলা জাহাজ মুঠ—১,১৬০ খন। পৃথিৱীৰ ৬ নম্বৰ দেশ, যাৰ ইমানবোৰ ব্যৱসায়িক জাহাজ আছে। ৮টা ৰেডিঅ' ষ্টেচন। ৭০ খন দৈনিক বাতৰি কাকতৰ মুঠ কাগজৰ সংখ্যা হ'ল—৬০০০,০০০, মুঠ ৩৫০ টা চিনেমা হল আছে।

নামত ৰজাৰ শাসন, কিন্তু কাউন্সিল অৰ মিনিষ্টাৰৰ দ্বাৰাহে দেশৰ শাসন চলে। কাউন্সিলৰ মিনিষ্টাৰৰ ৪ বছৰীয়া কাৰ্য্যলয়ত মুঠ ৩০০ প্ৰতিনিধি থাকে। ২১ বছৰৰ ওপৰৰ দেশবাসীয়ে ভোট দিব পাৰে।

এথেন্সৰ সৰ্ববৃহৎ মন্দিৰটো হ'ল অলিম্পিয়ান জিয়াচ, (**Olympian Zeus**) বৰ্ত্তমান ইয়াৰ অকল কেবাশাৰি বৰ ওখ-স্তম্ভহে দেখা গ'ল। আমি আৰ্কিওপোলিছ আদি পুৰণি ঐতিহ্যবোৰ চালোঁ। এই আৰ্কিও-পোলিচত এসময়ত গ্ৰীক পাৰ্লামেণ্ট বহিছিল—বৰ্ত্তমান তাৰ ভগ্নাবশেষ বোৰ ভ্ৰমণকাৰীৰ আৰ্কষনৰ বস্তু আৰু এতিয়া সেইবোৰ ভ্ৰমণকাৰীক দেখুৱাই অজস্ৰ বিদেশী মুদ্ৰা অৰ্জন কৰি আছে। এই স্তম্ভবোৰ ইমান ডাঙৰ যে আমি চাৰিজনে হাতমেলি চাৰিওপিনে ধৰিলেহে কোনোমতে





আঙুলীৰে লগ পাওঁ। ইয়াৰ খুটাবোৰত বহুতো শিলৰ টুকুৰা ঘাটকাটি কাটি ওপৰা ওপৰিকৈ সজাই দিছে—মাজত চিমেণ্ট বা আন কোনো বস্তুৰে লগ লগোৱা নাছিল কাৰণে ভূমিকম্পত বাগৰি পৰিছে। সেই সময়ত বোধকৰো মাজত লগ লগাবৰ কোনো বস্তু ওলোৱা নাছিল। সেইদিনা আমাক গাইড হিচাবে দিছিল এজনী ইংৰাজী ক'ব পৰা ধুনীয়া গাভৰু, তাইৰ নাম মিচ্‌ ৰুলী। তাইৰ চেহেৰা, গাৰ ৰং, কথা কোৱাৰ-বুজুৱাৰ ঢংবোৰ বৰ ভাল আছিল। তাই এথেন্সৰ পুৰণি সকলো বস্তু ভালদৰে বুজালে। পুৰণি অলিম্পিকৰ বিজেতাক পিন্ধোৱা জলফাই গছৰ পাতৰ মুকুট আদি কোনবোৰ গছৰ পৰা আনিছিল তাকো দেখুৱালে। মুকলি মঞ্চ আদিও দেখুৱালে। সেই-দিনা আমাৰ সময় কমহোৱা বাবে তাই ইচ্ছা কৰা স্বত্বেও আমি শুনিব নোৱাৰিলো।

এই আৰ্কিওপোলিছৰ কাষতে বিভিন্ন ধৰণৰ দোকান দেখিলো। তাত গ্ৰীকদেশৰ প্ৰাচীন মঠ মন্দিৰৰ সৰু সৰু তামৰ মূৰ্ত্তি, কাপোৰ, শ্লাইড পুতলা, ৰঙীণ পোষ্ট কাৰ্ড, ফটো, ফিল্ম আদি বেছিব ধৰিছে।



মাৰ্ব্বল শিলৰ ষ্টেডিয়ামটো আমি ছোৱা সময়ত তাত নিগ্রো বক্সীঙৰ প্রতিযোগীতা চলিছিল। বেচধুনীয়া এই ষ্টেডিয়াম—বহুযুগ আগতে সজোৱা গ্রীক শিল্পীৰ এটি উৎকৃষ্ট নমুনা।

দিনৰ ডেৰ বজাত হোটেলৰ পৰা এথেন্সৰ বিমানেকাট পালোহি। পাচপোৰ্ট, ভিচা আদি দেখুৱাই বোডিং কাৰ্ড লৈ **Alitalia** ৰ **D. C. 9** প্লেনত উঠিলোঁ। ডি চি ৯ বিমানৰ চিটবোৰ বেচ ডাঙৰ। এয়াৰ হোষ্টেজ কেইগৰাকীৰ পোচাকবোৰো বেচ চকুত লগা—সিহঁতৰ ব্যৱহাৰ, কথা বতৰা বেচ সুন্দৰ। প্লেনত আমাক চেণ্ডুইচ চাহ, কফি দিলে। সেইদিনা আবেলি ৩-১০ ত আমি এথেন্স এৰি গধুলী ৫-৩০ বজাত ৰোম পালোঁ।



গধুলী ৫-৩০ বজাত ৰোমৰ এয়াৰপোৰ্ট পাওঁ। একে সময়তে আন আন ঠাইৰপৰা কেইবাখনো প্লেন আহি পোৱাৰ কাৰণে পাচপোৰ্ট আদি চাওঁতে বহুত পলম হ'ল। কিছুসময়ত পিচতে চি আই টি ৰ মানুহ এজন আহি বাছএখনত উঠাই আমাক পোনে পোনে ৰোমৰ হোটেল ভিলা ইটালীয়ালৈ লৈ গ'ল। হোটেল পাওঁতে প্ৰায় সাতটা বাজিল। আমাৰ পিছতে এখন এমেৰিকান এক্সপ্ৰেছ বাছত প্ৰায় ষাঠিজনমান এমেৰিকান পুৰুষ মহিলা আহি আমি উঠা হোটেলত উঠিল। হোটেলৰ মেনেজাৰে আমাৰ কাৰণে ৰুম ভগাই দিলে। তাৰ পিছত চি আই টি ৰ মানুহে ভ্ৰমণসূচী থিক কৰি সেই ৰাতিয়েই আমাৰ লগত ইংৰাজী জনা গাইড এজন দি বাছেৰে ফুৰোৱা আৰম্ভ কৰিলে। আমাৰ লগত যোৱা চেঙেলীয়া বঙালী গাইড চৌধুৰীয়ে কিন্তু বেচি ভাগ সময় হোটেলৰ ৰুমত থাকি নানা ধৰণৰ মদৰ জুতিলৈ থাকিল।

ইটালীৰ ৰাজধানী ৰোম। ইটালী দেশখন তিনিও পিনে সাগৰ আৰু উত্তৰে আল্পচ্ পৰ্বতমালা, ই উত্তৰ দক্ষিনকৈ আলপাইন পৰ্বত মালাৰ খণ্ড-বিখণ্ডৰে ভৰা। ইয়াৰ উত্তৰৰ পৰা পিডিঅ' মণ্ট গ্লেচিয়াৰ বাগৰি আহিছে এড্ৰিয়টিক সাগৰলৈ। ইটালীৰ উত্তৰ পশ্চিম অংশ বিৰাট বিৰাট শিল্প প্ৰতিষ্ঠানৰ বাবে বিখ্যাত আৰু উত্তৰ পুব অংশ খেতিবাতিৰ বাবে বিখ্যাত। উত্তৰত মিলানোই বিখ্যাত নগৰ। দেশৰ ভিতৰত দ্বিতীয় জনবহুল নগৰী। মিলানোবাসীয়ে সাধাৰণতে কয়—"ৰোমত ৰাজনীতি আছে—ৰোমৰ ধংসও আছে—আৰু আছে পোপ।" কিন্তু মিলানো আচলতে ইটালীৰ ৰাজধানী হবৰ যোগ্য—মিলানোত আছে দেশৰ অৰ্থনীতি, ব্যৱসায়, বানিজ্য, সঙ্গীত-সঙ্গীতজ্ঞ, চিত্ৰকলা, শিল্পী, থিয়েটাৰ, প্ৰকাশক, যায সঙ্গীতজ্ঞ আৰু বিভিন্ন ব্যৱসায়।"

সেইদৰে ৰোমান বাসীয়েও মিলানোবাসীক কয়—"মিলানিজে কেতিয়াও বিশ্রাম নলয়। তেওঁলোকে বতাহ-বৰষুণ, শিল-বৰষুণ, বৰফ পৰিলেও সদায় কামত ব্যস্ত।" সেয়ে মিলানিজে ৰোমানবোৰক উপলুঙা কৰে—"এই প্রকৃতিৰ বাধাক ৰোমান সকলে খিড়িকীৰে বাহিৰলৈ চাই বহি থাকে। এইধৰণৰ কথা, আমাৰ উজনি-অসম নামনি অসম, পুৱ বঙ্গ, পশ্চিম বঙ্গৰ বাতি-ঘটিৰ কথাৰ দৰে।

ইটালীয়ানবোৰ জন্মৰে পৰা একো-একোজন কাৰিকৰ। তেওঁলোকে সুন্দৰ সুন্দৰ ঘৰ, গীৰ্জা, নগৰ আদি অতীতৰে পৰা তৈয়াৰ কৰি আহিছে ধুনীয়া আহিৰে, বগা শিল, মাৰ্ব্বল পাথৰ, বালি আদিৰে সুদক্ষ হাতৰ কাম বহুশ বছৰৰ আগতেই।



এইয়া পুৰণি শিল্পীৰ এক সাৰলীল সৌন্দৰ্য্য আৰু স্বাভাবিক



ভঙ্গীমাৰে পৰিপুষ্ট খৃষ্ট জন্ম ৪৫০ বছৰ আগতে মাৰ্ব্বল শিলত কটা এফ্রোদাইটৰ সিংহাসনৰ এফালে থকা নাৰী মুৰ্ত্তিৰ ভগ্নাংৱশেষ। ১৮৮৬ চনত ইয়াক ৰোমত উদ্ধাৰ কৰা হৈছে।

ইটালীৰ বেছিভাগ ঘৰৰ আহিৰ ধৰ্মৰ লগত সম্বন্ধ। ৰোম এখন খৃষ্টান ধৰ্মৰ পৱিত্ৰ নগৰী—সেই ৰোমলৈ পৃথিৱীৰ সকলো দিশৰে পৰা আগমন হয় লাখ লাখ যাত্ৰী। ৰোম নগৰীৰ ভিতৰলৈ সোমাওতে আপুনি ২৫০০ বছৰ আগতে তৈয়াৰী চান জিওভেনী (Sun Giovanni) নামৰ পুৰণি ঐতিহ্যৰে আগুৱা গেটেৰে আগ বাঢ়িব লাগিব। পুৰণি ৰোমান সকলে কৈছিল—"Faith is made here and believed elsewhere." এই ইটালীত প্রায় ৪০০ মান গীৰ্জা আছে, পোপ আছে, ধৰ্মগুৰু সকল আছে। ধুনীয়া ফোৰৰা, শিলামুৰ্ত্তি, প্রাসাদ আৰু ফুলনী বাগিছাৰে ভৰপুৰ।

এতিয়া সেই ৰোমতে আপুনি পাব দ্ৰুত গতিৰ গাড়ী, আমেৰিকান যায মিউজিক, নিচাৰে তন্দ্ৰাযোৰা—নিশা মদখাই হুলস্থুল কৰা ক্লাব আৰু সস্তীয়া নাইট ক্লাব।

সেই ইটালীতে এসময়ত পৃথিৱী বিখ্যাত ধৰ্মীয় চিত্ৰকলাৰ সমাৰোহ হৈছিল তাৰ চিন এতিয়াও প্রায়বিলাক গীৰ্জাৰ বেৰত দেখিবলৈ পোৱা যায়। দ্বিতীয় মহাসমৰৰ পৰা ইটালীৰ সেই পুৰণি ঐতিহ্যৰ প্ৰতি যেন মোহ কমি গ'ল। ইটালীয়ানে ইটালীৰ নিজৰ জীৱনৰ ঘটনা সমূহ বোলছবিৰ মাধ্যমেৰে চাবলৈ ভাল নাপাই—তেওঁলোকে বিচাৰে আমেৰিকান ক্ৰাইম ছবিবোৰ—যিবোৰ ছবিৰ কোনো মূল্য নাই। মাত্ৰ একোটা জাতিক ধংশৰ পথহে দেখুৱাই দিয়ে।

১৪শ শতিকাৰ সময়ত ইটালীৰ ব্যৱসায়ী আৰু বেঙ্কবোৰৰ বৰ ভাল দিন আছিল। কাৰণ সমগ্ৰ ইউৰোপৰ ব্যৱসায়ৰ পথ আছিল ইটালীৰ মাজেৰে। সেই সময়ত বিখ্যাত লিখক—দান্তে, পেটৰাৰ্ছ আৰু বোকাচিত্তৰ দৰে সাহিত্যিক সকলে ইটালীক ভাষা-সাহিত্যত অশেষ বৰঙনী যোগালে।



এইয়া ভেটিকানৰ চিষ্টাইন চেপেলৰ চিলিঙত থকা অজস্র সুন্দৰ সুন্দৰ চিত্ৰকলাৰ মাজৰ এখন অপূৰ্ব্ব ছবি—নাম হ'ল দি ক্রিয়েচন অৰ মেন। আঁকিছিল বিখ্যাত শিল্পী মিচিলেন গনোৰে। এই চেপেলটো ১৪৮৪ চনত এলিজেড্রো দি ডোলছিয়ে পোপ চিষ্টাৰ ৪ ৰ কাৰণে তৈয়াৰ কৰিছিল। পিচত বিখ্যাত শিল্পীসকলে ইয়াক এনেকৈ সজায় যে এতিয়াও পৃথিৱীৰ হেজাৰ হেজাৰ ভ্ৰমণকাৰীয়ে দিনে নিশাই তাৰ সৌন্দৰ্য্য উপভোগ কৰি আছে। আৰু সেই শিল্পীসকলৰ জৰীয়তে যীশুৰ মহান বাণী সমূহ প্ৰচাৰ কৰি আছে।



এইয়া হ'ল বাৰ্থ অৰ ভেনাচৰ ছবি। ৰোমৰ কেপিটলিয়নত থকা ভেনাচৰ জন্মৰ। ১৪৩৯ চনত কেচিমো ডি মিডিছিয়ে চিত্ৰকলা আৰু আখৰৰ প্ৰচুৰ ব্যৱহাৰ আৰম্ভ কৰে। কিছুসংখ্যক গীৰ্জাৰ মানুহ আৰু ফ্লোৰেঞ্চৰ মানুহক লৈ তেওঁ প্ৰেটোনিক একাডেমীৰ জন্ম দিয়ে। যিটো নতুন শিক্ষা ফ্লোৰেঞ্চে ৰোমান গীৰ্জাৰপৰা কাঢ়ি লয় আৰু লাহে লাহে সকলো নগৰতে গ্ৰীক শিক্ষা, সংস্কৃতি আদিৰ বহুল প্ৰচলন হব ধৰে।

সেই সময়ত ৰোমৰ শিল্পী, সাহিত্যিকসকল নোহোৱা হলে পোপে ধৰ্ম প্ৰচাৰত বহুতো বাধা পালেহেঁতেন।

ইটালীয়ানেই প্ৰথম বেঙ্কৰ টকা ধাৰে দিয়া আৰু ডবল এণ্ট্ৰি বুককিপিং প্ৰথা আৱিস্কাৰ কৰিলে ১৬শ শতিকাত। ইও মনকৰিব-লগীয়া কথা। সেয়ে শেষত সমগ্ৰ ইউৰোপ আৰু পৃথিৱীৰ সকলো দেশে ইয়াৰ প্ৰচলন আৰম্ভ কৰিলে। ফল স্বৰূপে ইউৰোপত পুঁজিপতিৰ জন্ম হ'ল। লগে লগে মধ্যবিত্ত শ্ৰেণীৰো জন্ম হ'ল আৰু কাজিয়াৰো সূত্ৰপাত হ'ল। ১৮শ শতিকাত নেপোলিয়ানক ইটালীয়ানে মাতি আনিলে— তাৰ ফলত নেপোলিয়ানে পোপক অপহৰণ কৰি লৈ গ'ল ফ্রান্সলৈ আৰু ইটালীক কেইবাখণ্ডও কৰি কিছু অংশ নিজে আৰু আনৰ দ্বাৰা শাসন কৰালে। অষ্ট্ৰিয়াই ফ্ৰেনচিচ দ্বিতীয়ক আনি হোলি ৰোমান এম্পায়াৰ নাম আতঁৰাই শাসন চলালে। ১৮১৫ শতিকাত নেপোলিয়ানৰ দুৰ্দ্দিন অহাত ক্ৰমাৎ পোপ আৰু আন আন শাসনকৰ্ত্তাসকল ৰোমলৈ উভতি আহিল।

ইটালীৰ বুৰঞ্জীত তিনি গৰাকী প্ৰধান দেশসেৱকৰ নাম সদায় ল'ব লাগিব— সেয়া হ'ল চাই গুইচিপি মেজিনি। এওঁ এজন বিখ্যাত সাহিত্যিক আছিল। এওঁৰ লিখনীয়ে ইটালী গণৰাজ্যৰ মূলমন্ত্ৰৰ দৰে কাম কৰিছিল। দ্বিতীয়জন হ'ল জন্মৰেপৰা আভিজাত্য বংশৰ কেমিলো ডি কেভোৰ। এওঁ ইটালীবাসীক ৰাজনৈতিক উদাৰনীতি আৰু ৰাজতন্ত্ৰৰ মাজত পাৰ্থক্য উলিয়াই দিছিল। তৃতীয় জন হ'ল গিউছিপি গেৰিবল্ডি— এজন প্ৰখ্যাত যোদ্ধা। এই তিনিওজনে ইটালীক মুছোলিনীৰ হাতৰপৰা ৰক্ষা কৰিলে। মুছোলিনীয়ে কিন্তু

ভেটিকানৰ সমস্যাটো সমাধান কৰি গ'ল। ভেটিকানক এখন স্বাধীন ৰাজ্য কৰি দিলে ১৯২৯ চনত এটা চুক্তিৰ দ্বাৰা। পোপৰ চেক্রেটাৰী গেছপাৰী আৰু মুছোলিনীয়ে এই চুক্তিত চহী কৰিছিল।

ৰোমৰপৰা আমাৰ ভ্ৰমণ আৰম্ভ হ'ল— এখন ফিয়েট এয়াৰ কণ্ডিচন বাছেৰে। বাছখনৰ মুঠ আসন হ'ল ৫০ জনৰ। আগফালৰ বাওঁপিনে ড্ৰাইভাৰ বহে— মাজতে ৰেডিঅ' কেছেত টেপৰেকৰ্ড বজাব পৰা আৰু গাইডে বাছযাত্ৰীক বুজাই যাব পৰাকৈ এটা মাইক্ৰ'-ফোন আছে। মাইকৰ স্পীকাৰ পাঁচটা গোটেই বাছখনৰ মুধত সুন্দৰকৈ লগোৱা আছে। কাষতে এটা সৰু ৰিফ্ৰিজিৰেটৰ। তাত যাত্ৰীসকলে বিয়েৰ, পানী, ফলমূল আদি ভৰাই নিব পাৰে। বাছৰ দৰজা দুখন ড্ৰাইভাৰে ভেকুৱামৰ দ্বাৰা খোলা-মেলা কৰিব পাৰে, শব্দ মুঠেই নাই, জোকাৰণিৰ "জ"টোৱেই নাই। যাত্ৰীৰ মাল-বস্তুবোৰ আগৰ চকা আৰু পিচৰ চকাৰ মাজত থকা খালি ঠাইত তলা মাৰিব পৰা বাকছত থয়। সেই ষ্টিলৰ বাকছটো মাটিৰ পৰা প্ৰায় ৮ ইঞ্চিমান ওপৰত থাকে। তাত পঞ্চাশজন যাত্ৰীৰ মাল-বস্তু ধৰে। স্পেয়াৰ টায়াৰটো থাকে ড্ৰাইভিং চিটৰ তলত। চিটবোৰ এৰোপ্লেনৰ চিটৰ দৰে, খিৰিকীবোৰ যথেষ্ট ডাঙৰ আৰু খিৰিকীৰ ওপৰত মুধলৈকে প্ৰায় দুফুটমান আইনা লগোৱা। যেন বহিলে ১৫/২০ তলা ঘৰ নাইবা আন আন দৃশ্য চাবলৈ মূৰটো হলাব নেলাগে।

বাছৰ ড্ৰাইভাৰ হ'ল এজন ইটালীয়ান, নাম তেওঁৰ "জিনো"। সুন্দৰ চেহেৰা, বেছ শকত আৱত আৰু নিখুত ভদ্ৰলোক। আচৰিত কথা ইমান কেইখন দেশ অতিক্ৰম কৰি যাব। কিমান দিন, কিমান শ মাইল অতিক্ৰম কৰিব লাগিব— অথচ আন দ্বিতীয়জন ইটালীয়ান তাত নাই। আমাৰ হ'লে এজন হেণ্ডিমেন, এজন কনডাক্টৰ গ'ল হেঁতেন। তাতো আকৌ মাজে মাজে অশ্লীল গালা-গালি কৰি যাত্ৰী-সকলক অতিষ্ঠ কৰি তুলিলেহেঁতেন। কিন্তু জিনোৰ হাতত মাত্ৰ কেইখনমান বিভিন্ন দেশৰ ৰ'ড মেপ, ইটালীয়ান মুদ্ৰা কিছু, কিছু ট্ৰেভেৰ্লাচৰ চেক। এটা গৰম হাতলম্বা চুৰেটাৰ। এজোৰ পিন্ধি যোৱা



নীলা চুট, এজোৰ স্লিপিং চুট আৰু সাধাৰণ কাপোৰ আদিৰে সৰু চুটকেছ এটা। ভাষা কয় ইটালীয়ান। আমাক কিবা কথাত বাধা দিব লাগিলে নো গুড্, নো গুড্ বুলি ইংৰাজীতে কয়।

বাটত গৈ থাকোঁতে ইটালীৰ কেইৰাঠাইতো ফিয়েট গাড়ীৰ বিভিন্ন সঁজুলিৰ বিৰাট বিৰাট কাৰখানা কিছুমান চকুত পৰিছিল।



ইটালীত মটৰ গাড়ীবোৰ যেতিয়া বিক্ৰীৰ বাবে পঠিয়ায়, তেতিয়া কাৰখানাৰ পৰা পোনে পোনে আমাৰ দেশৰ দৰে ডেৰশ-দুশ মাইল চলাই নপঠিয়াই। তেওঁলোকে একোখন দুই খলপীয়া ট্ৰাকত মুঠ প্ৰায় বাৰখন মান গাড়ী বোজাই কৰি ডাঙৰ ডাঙৰ নগৰৰ শ্বো-ৰুমলৈ পঠিয়াই। আমাৰ দেশৰ দৰে গ্ৰাহকৰ হাতত পৰাৰ আগতে গাড়ীখনৰ ছশ মাইলৰ আয়ুস হুটুটে। কিনোতাই ফেক্টৰীৰ পৰা পোনে পোনে গাড়ীখন পাই। আমাৰ দেশতো সেইবোৰ আদৰ্শ ল'ব নোৱাৰিনে? আমি ভ্ৰমণ কৰা চান নেচনেল হাইৱেৰ দুয়োকাষে লানি নিছিগা খেতিপথাৰ দেখিলোঁ। কাষত অজস্ৰ আপেল, আঙুৰ, পিয়েৰছৰ খেতি চকুত পৰিছিল। ফলবোৰ পকি আছে কিন্তু ক'তো কোনো ৰখীয়া নাই। আমাৰ দেশৰ দৰে বান্দৰো নাই হবলা। এঠাইত দেখিলো একেখন পথাৰতে ভাগ ভাগ কৰি নানা ধৰণৰ খেতি কৰিছে। মাজতে প্ৰায় এবিঘা মাটিত তাঁৰৰ বেৰ দি ডাঙৰ জাতৰ গৰু কিছুমান



পথাৰৰ দাতিত চান হাইৱেৰ কাষত দেখা এইয়া ইটালীয়ান খেতিয়কৰ ঘৰ।

পুহিছে। তাৰ পৰা অলপ দূৰৈত আকৌ ক'ববাত ক'ৰবাত খেৰৰ বা টাইলছৰ একোটা ধুনীয়া ডুমহলীয়া ঘৰ। তাত খেতিয়কৰ পৰিয়ালৰ কেইজনমান থাকে। গৰু কেইজনীৰ গোবৰ খেতিত দিয়ে আৰু পথাৰৰ বিভিন্ন ঘাঁহ, কবিৰ পাত, তৰাতৰকাৰীৰ পাত আদি গৰুক খুৱাই। গৰুবোৰ কিন্তু গাখীৰৰ বাবে পোহা নাই। গাখীৰৰ কাৰণে ব্যৱস্থা বেলেগ ফাৰ্মে কৰে। গৰুবোৰ বেচ ডাঙৰ হলে চৰকাৰী কচাই খানালৈ লৈ যায়। এই গৰুবোৰ মাত্ৰ মাংসৰ বাবেহে পোহে। ইটালীৰ খেতিয়কৰ ঘৰবোৰ বেচ ধুনীয়া। প্ৰতিখন খিৰিকীৰ তলতে একোটা দীঘল দীঘল ফুলৰ তাবত নানা ৰঙৰ ফুলে জক্‌মকাই আছে। ঘৰৰ কাষতে গাড়ী এখন। এঠাইত দেখিলো আমাৰ সৰু ধৰণৰ টেক্টৰ এখন, কিন্তু বেচ ওখ চাৰিটা চকাৰে তেওঁৰ খেতি পথাৰৰ কাষে কাষে গৈ আছে। তাত তেওঁ অকলে পথাৰৰ পৰা বন্ধাকৰি তুলি আছে। গাড়ীখনৰ তলত V আঁকাৰৰ দৰে এখন চোকা অস্ত্ৰৰে শাৰী শাৰীকৈ ৰোৱা কবিৰ গুৰিত অস্ত্ৰখন এনেকৈ লগাই গৈছে যে তাৰ পৰা সুন্দৰকৈ কবিটো গুৰিতে কটা গৈছে আৰু ৰবৰৰ কনভেয়ৰ বেল্টেৰে ওপৰলৈ উঠি আহি নিজৰ গাড়ীৰ বাকচটোতে ভৰ্ত্তি হব ধৰিছে। চাই বৰ ভাল লাগিল— তেওঁলোকৰ বুদ্ধি, কৰ্মদক্ষতা, আধুনিক সজুলিৰ ব্যৱহাৰ আদি দেখি দুখ লাগিল আমাৰ খেতিয়কৰ দুৰ্দ্দশাৰ কথা ভাবি। মাজতে আমি কেইবাখনো খোলা ট্ৰাকত মিঠা আলু বোজাই কৰি নিয়া দেখিলোঁ।

ইউৰোপ ভ্ৰমণত ইটালীৰ ৰোমৰপৰা যোৱা ফিয়েট বাছৰে যেতিয়া আমি চান হাইৱেৰে যাওঁ— তেতিয়া তেওঁলোকৰ হাইৱেৰ কাৰুকাৰ্য্য দেখি আচৰিত লাগে।




চান হাইৱেৰে সোঁফালে চাৰিখন গাড়ী একেলগে যাব পাৰে আৰু বাওঁফালে চাৰিখন আহিব পাৰে। ওপৰত আঁকি দিয়া ছবিখন চালেই হাইৱেৰ কাৰুকাৰ্য্য বুজা যাব। মাজত ক'লা আঁচডাল হ'ল প্ৰায় ৩/৪ ইঞ্চি মান ওখ। নিজৰ সোঁহাতেৰেহে গাড়ীবোৰ যায়। সোঁমাজেৰে গলে গাড়ীবোৰ অতি দ্ৰুতগতিত যায়। বোধকৰো ঘণ্টাত প্ৰায় ১২০ মাইল মান যাব। তাৰ পিচৰ স্পীড ঘণ্টাত প্ৰায় ১০০ মাইল, তাৰ পিছত ঘণ্টাত প্ৰায় ৮০ মাইল আৰু শেষত একেবাৰে ৰাস্তাৰ কাষেৰে গধুৰ বস্তু কঢ়িওৱা ট্ৰাকবোৰ ঘণ্টাত প্ৰায় ৬০ মাইল হিচাবে গতি কৰে। যি বিলাক বেছি দূৰলৈ যাব সিহঁতে মাজেৰে যায়। আমাৰ

বাছ খনেও মাজে মাজে ১২০ মাইল, মাজে মাজে ১০০ মাইল স্পীডত গৈছিল। ৰাস্তা আৰু গাড়ী ইমান ভাল যে আমি কোনো ধৰণৰ জোকাৰণি অনুভৱ কৰা নাছিলোঁ। প্ৰায় পোন্ধৰ-বিশ মাইল মান আঁতৰে আঁতৰে ছবিত অঁকা ধৰণে একোডোখৰ ঠাই আছে। সেইডোখৰ ঠাই ৰাস্তাতকৈ তিনি ফুট মান ওখ। তাত এটা সুন্দৰ পকী ঘৰত এটা বাথ ৰুম আছে। দুটা কোমুদ, পেচাব কৰা ঠাই, দুটা গৰম পানী, ঠাণ্ডা পানী থকা বেচিন। ধনু আকৃতিৰ ৰাস্তাটোত আপুনি নিজৰ গাড়ী থৈ মুখহাত ধুই কাষতে মুকলিত থকা পকী টেবুল আৰু বেঞ্চত বহি আৰাম কৰিব পাৰে, জিৰণিও ল'ব পাৰে। নিজৰ লগত নিয়া পেকেটৰ বস্তু আদি খাব পাৰে। গোটেই তিনি ফুট ওখ মাটিৰ টিলাটো ঘাঁহ আৰু ফুলেৰে সজোৱা। ধেনুভিৰীয়া ঠাই ডোখৰৰ কাষতে প্ৰায় ৪ ফুট মান ওখ একোটা দুফুট বৃত্তাকাৰ লোহাৰ বিঙত বগা প্লাষ্টিকেৰে আমাৰ বস্তাৰ দৰে ওলমি আছে। বস্তুকেইটানো কি চাবলৈ বৰ মন গ'ল। ওচৰলৈ গৈ দেখিলো তাত বিস্কুটৰ খালী পেকেট, বিয়েৰৰ টিন, কলৰ বাকলি, চিগাৰেটৰ পেকেট খবৰৰ কাগজ আদি। তাৰ পৰাই বুজক তেওঁলোক কিমান পৰিপাটি।



ইটালীৰ বাটত বাছখন ৰওঁতে বাওঁফালে পৰিত্ৰ তালুকদাৰ আৰু ধীৰেন্দ্ৰধৰ বৰুৱা।

নিজৰ দেশখনত সজাই পৰাই ৰখাতো তেওঁলোকে নিজৰ কৰ্ত্তব্য



বুলি ভাবে। সেই বাটৰ কাষৰ ঠাইবোৰত কোনো ৰখীয়া নাই অথচ সকলো বস্তু ধুনীয়াকৈ সজাই থোৱা আছে। ফুলবোৰ ফুলি আছে। টেবুলৰ ওপৰত আৰু তলত ক'তো অকনো কাগজ, চিগাৰেটৰ পেকেট নাইবা খোৱা বস্তু পৰি থকা নেদেখিলোঁ। মুকলি ঠাই ডোখৰত ৰখীয়া বা চাফাকৰোতা কোনো নাই— বোধকৰো সময়মতে আহি চাফ কৰে। সেইবোৰ দেখি সেইদেশবোৰলৈ শ্ৰদ্ধা নোপজেনে? তেওঁলোকৰ মহৎ গুণবোৰ দেখিলে আচৰিত হ'ব লাগে।

আমাৰ দেশত সেইদৰে কৰিলে, নিচেই পুৱাতে ৰিফিউজী আৰু হিন্দুস্থানী ফুলচোৰৰ দলবোৰ আহি ফুলবোৰ ছিঙি-মোহাৰি লণ্ড-ভণ্ড কৰিবহি। বেচিনত থুই-খেকাৰ, পিক পেলাই বিভৎস কৰিব। কোমুদ দুটাৰ ওপৰতে ময়লা কৰি থ'ব। পাৰিলে ভাঙি থৈ নহলে খুলি লৈ যাব। যিদৰে গুৱাহাটীৰ বাটৰ কাষত থকা পানীকলৰ মুখবোৰ লৈ যায়। তাত থকা লাইটৰ বাল্বটোও লগে লগে লৈ যাব। এইবোৰেই হৈছে আমাৰ জাতীয় চৰিত্ৰ। এনেবোৰ চৰিত্ৰৰে আমাৰ দেশখন কেনেকৈ চলিব?

ইটালীয়ান মহিলাৰ কথাও কৈ শেষ কৰিব নোৱাৰি। ২১ শতিকাৰ আগতে বিৰাট মহিলাৰ দল এটিয়ে সমদল কৰি ৰোমান ফোৰামলৈ গৈছিল। তেওঁলোকৰ দাবী আছিল আইনৰ জৰিয়তে ইটালীয়ান মহিলাই সোণৰ খাৰু, দীঘল উলৰ গাউন পিন্ধাতো বন্ধ কৰা আৰু ঘৰখনত, সমাজখনত মহিলাৰ গুৰুত্ব মতামানুহতকৈ ওপৰত ৰখাটো। চিনেটৰ কেটো দি এলদাৰে সেইমতে মানি লৈ সেই মুহূৰ্ত্তৰে পৰা মহিলাক ঘৰত সমাজত প্ৰথম স্থান দিলে। তথাপি আজিও ভদ্ৰ মহিলাই কিন্তু স্বামীকহে আগত ঠাই দিয়ে, কোনো প্ৰতিবাদ নকৰে। ডিভোৰ্চ বা এৰা-এৰি হোৱাটো ইটালীৰ আইন সন্মত নহয়। সেই ক্ষেত্ৰত ইটালীয়ান নাৰীয়ে যথেষ্ট ধৈৰ্য্যধৰি ঘৰ-সংসাৰ চলাই। সেইদৰে ইটালীয়ান পুৰুষসকলেও নিজৰ স্ত্ৰীক সন্তুষ্ট কৰি চলি থাকে। সেই কাৰণে ইটালীয়ান পুৰুষক পৃথিবীৰ আন আন দেশৰ মানুহে hot-blooded lover, বা গৰম তেজৰ প্ৰেমিক বুলি কয়।



এইয়া চান হাই-ৰেৰ দাঁতিত বওঁতে সৰ্ব্বশ্ৰী মনোৰমা দত্ত-বৰুৱা, প্ৰভা তালুকদাৰ আৰু লিলি চৌধুৰী

ইটালীৰ ৰোমান কেথলিক গীৰ্জাই ছুটা কথাত অসন্মতি প্ৰকাশ কৰে— এটা হ'ল কমিউনিজিম আৰু আনটো হ'ল চেক্স। তথাপিও বহুতো ইটালীয়ানে মাৰ্কচিষ্ট আদৰ্শত বিশ্বাস কৰে আৰু বেচিভাগ ইটালীয়ান মতা মানুহে দিনতে প্ৰেমৰ সঁপোন দেখে। ইটালীৰ উত্তৰ অঞ্চলত এজনী ছোৱালী অকলে এজন যুবকৰ লগত ক'তো যাব নোৱাৰে। মাক-বাপেক নগলে তাইক প্ৰাইভেট ডিটেকটিভে অনুসৰণ কৰে। কিছুদিন আগৰ ঘটনা এটা, ২৫ বছৰীয়া চিচিলি দ্বীপৰ গাভৰু এজনীক যুৱক এজনে মুখত মুখ লগাই চুমা খালে। তাই ধৰি ললে, তাইক যুৱকজনে সৰ্বনাশ কৰি গ'ল— তাই বিয়াৰ প্ৰস্তাৱ আগ বঢ়ালে, যুৱকে প্ৰত্যাখ্যান কৰাত যুৱকজনক গুলিয়াই মাৰিলে। জীৱনত আত্মসন্মানটোক ইটালীৰ গাভৰুৱে বেছি গুৰুত্ব দিয়ে। ভিৰোটিয়া নামৰ বিখ্যাত মহিলা কবি গৰাকীয়ে কিন্তু প্ৰেমৰ কবিতা আৰু ধৰ্ম্মীয় কবিতা ৰচনা কৰিছিল। এলিচাবেটাই এসময়ত কবি সাহিত্যিক আৰু সঙ্গীতজ্ঞসকলক সমাজত প্ৰধান বিচাৰপতিৰূপে আসন লৈছিল। ইচাবেলা বিখ্যাত সাহিত্যিক আৰু সংগ্ৰহকাৰীও আছিল— আৰু সেই সময়ত তেওঁক পৃথিবীৰ প্ৰথম মহিলা নামেৰে বিভূষিত কৰিছিল। এইদৰে ইটালীৰ মহিলাই পৰোক্ষভাবে সমাজত



প্ৰতিপত্তি কৰিছিল।

আন এগৰাকী শিক্ষাবিদ মহিলা আছিল ড° মেৰিয়া মণ্টেশ্বৰী। এখেতেই শিশুৰ বাবে নতুন শিক্ষা পদ্ধতি প্ৰৱৰ্ত্তন কৰিছিল। যাক আজি ইউৰোপ, এচিয়া আৰু আমেৰিকাত মণ্টেশ্বৰী শিক্ষা পদ্ধতি বুলি জনা যায়। আৰু এই শিক্ষা পদ্ধতিৰ বাবেই ইটালীৰ মহিলা সমাজ আজি গৰ্বিত। ড° মেৰীয়া মণ্টেশ্বৰীয়ে ১৮৫২ চনত ৮১ বছৰ বয়সত ইহলীলা ত্যাগ কৰে। ১৯৪৭ চনৰ পৰা ইটালীয়ান মহিলাই ভোটাধিকাৰ পায়।

এমেৰিকান ফিল্মবোৰে ইটালীয়ান মহিলাক আকৃষ্ট কৰে। আৰু তাৰ ফল স্বৰূপে ইটালীয়ান গাভৰুও আমেৰিকান ফিল্ম শিল্পলৈ আগবাঢ়ি আহিল। তাৰে দুগৰাকী বিখ্যাত অভিনেত্ৰী হ'ল— জিনা লোলো-ব্ৰিগিদা আৰু চোফিয়া লোৰেণ। ১৯৫০ চনত এই চিনেমাত অংশ গ্ৰহন কৰিবলৈ সৌন্দৰ্য্য প্ৰতিযোগীতাৰ ধুম উঠিল— সেয়ে সমগ্ৰ ইটালীৰ চহৰ নগৰত নানা ধৰণে প্ৰতিযোগিতা হৈছিল যেনে— মিচ্ চিনেমা, মিচ্ ইটালীয়া, মিচ্ ইউৰোপা, মিচ্ মনডো, মিচ্ ইউনিভাৰ্চ, মিচ্ এনিথিং। এই প্ৰতিযোগী বেচি ভাগে দুখীয়া পৰিয়ালৰ পৰা আহিছিল। যেতিয়া মাত্ৰ চুইম চুট পিন্ধি সাঁতোৰ আৰু গাধোৱা প্ৰতিযোগীতাত অৱতীৰ্ণ হ'ল— তেতিয়া অভাৱগ্ৰস্ত বয়সীয়া অভিভাবক সকলে ক'বলৈ ধৰিলে বৰ্ত্তমান সময়ৰ সলনি হ'ল— উপায় নাই। তাৰ পিচতে লাহে লাহে ফেছনত মডেল হোৱাটোৰ প্ৰতি ইটালীৰ গাভৰুৰ আকৰ্ষণ বাঢ়িল। আৰু লগে লগে পৃথিবীৰ বিভিন্ন দেশৰ মাজত প্ৰতিষ্ঠিত হ'ল— ইটালীয়ান গাভৰুৰ সৌন্দৰ্য্য স্বাভাবিক আৰু সাৰলীল দেহৰ গঠন।

আজি প্ৰায় দহবছৰ মান আগতে অষ্ট্ৰেলিয়াই হিচাব কৰি উলিয়ালে যে অষ্ট্ৰেলিয়াত মতামানুহতকৈ তিৰোতাৰ সংখ্যা প্ৰায় চাৰিভাগৰ এভাগ। বিয়াকৰাবলৈ অষ্ট্ৰেলিয়ান যুৱকৰ বৰ সমস্যা হৈ পৰিল। তেতিয়া অষ্ট্ৰেলিয়ান চৰকাৰে বিভিন্ন দেশৰ বাতৰি কাকত আৰু ৰেডিঅ' যোগে প্ৰচাৰ কৰিছিল যে অষ্ট্ৰেলিয়ান যুৱক

সকলৰ বাবে বিবাহযোগ্যা সুন্দৰী, স্বাস্থ্যৱতী গাভৰু লাগে— মাত্ৰ প্ৰথম ইটালী, দ্বিতীয়তে জাৰ্মেনী, তৃতীয়তে বৃটিছ আৰু এমেৰিকান গাভৰু। তাতো তেওঁলোকে প্ৰথম স্থান দিছিল ইটালীয়ান গাভৰুকহে। ইয়াৰ পৰাই বুজক ইটালীয়ান গাভৰুৰ সৌন্দৰ্য্য আৰু দেহৰ গঠন কিমান আৰ্কষনীয়। ইটালীয়ান মহিলাক মিচ্, মিচেছ, শ্ৰীমতী আদি নকয় তেওঁলোকক সম্বোধন কৰোতে চিগনৰা বুলি কয়। আজিৰ 'চিগনৰা সকলে ফেক্টৰীত কাম কৰা, চেলচ গাৰ্ল হোৱা, টেলিফোন অপাৰেটৰ, ৰেডিঅ' টেলিভিচনৰ শিল্পী হোৱা, প্ৰকাশিকা, হোটেলত কাম কৰা, ট্ৰেভেল এজেন্সীত কাম কৰা, ইত্যাদি কাম কৰিবলৈ ভাল পায়। দেশৰ, চৰকাৰৰ যাৱতীয় কামৰ বাবে তেওঁলোকৰ সকলো সুবিধা আছে। ইটালীয়ান মহিলা ডাক্তৰ আৰু উকিলো আছে। লাইব্ৰেৰীয়ান, মিউজিয়াম অধীক্ষক, শিক্ষয়িত্ৰী আদিৰ বাবে মহিলাৰ আসন সদায় অচুতীয়া কৰি ৰাখে।

মিলানোৰ বহুতো ব্যৱসায়ত মহিলা মেনেজাৰ আছে। চিগনৰা পিচনী বোলা এগৰাকী মহিলাই গিৰিয়েক ঢুকুৱাৰ পিচত কৈছিল যে মোৰ স্বামী ঢুকুৱাৰ পিচত আমাৰ কাপোৰৰ মিলটো চলোৱাটো মোৰ বাবে প্ৰথমে বৰ কষ্টকৰ আছিল। পিছত লাহে লাহে মই তেওঁৰ খালী ঠাই পুৰণ কৰিলোঁ। দিনত পৰিশ্ৰমৰ পিচত লাহে লাহে মই অকলে অপেৰা চোৱা, ৰেস্তোৰাত খোৱা লোৱা কৰিলো। সমাজে মোক সন্মানো কৰিছিল, মই মোৰ ব্যৱসায়তো থিক মতে চলাই যাব পৰাই। এতিয়া মই ব্যৱসায়ৰ বাবে সঘনে কেনেডা, পেৰিছ, এমেৰিকালৈ গৈ থাকোঁ।

এইবোৰ দেখিলে চিন্তা হয়, আমাৰ অসমৰ মহিলাই এইদৰে বিদেশ নালাগে গুৱাহাটী, নগাওঁ, তেজপুৰ, ডিব্ৰুগড়লৈ গৈ নিজৰ স্বামীৰ ব্যৱসায়তো চলাব পাৰিবনে? আমাৰ কেইজনী মহিলাই ব্যৱসায়ত নামিছে? সকলো কাম কাজ, ব্যৱসায় আদিত অসমীয়া মহিলাই আগভাগ লবৰ হৈ গ'ল। অকল ঘৰখনতে আৱদ্ধ হৈ



থাকিলে দেশৰ আধাশক্তি (স্ত্ৰী শক্তি) অথলে যাব। আজিৰ শিক্ষিতা নাৰীয়ে পুৰুষৰ লগত সমানে অফিছ, কাৰখানা, স্কুল-কলেজ, ব্যৱসায় প্ৰতিষ্ঠান আদিত কাম কৰিব পাৰে। কো-অপাৰেটিভ পদ্ধতিত কেইটামান চিলাই কল লৈ আধুনিক পোচাক তৈয়াৰ কৰা কাৰখানা প্ৰতিষ্ঠা কৰিব পাৰে। ফেচন শ্বোৰ ব্যৱস্থা কৰিব পাৰে।



ৰোমত আমি যীশুখৃষ্টৰ জন্মৰ প্ৰায় ৬০০ বছৰ আগতে সজোৱা ভিটোৰিয়ানো নামৰ প্ৰাসাদটো চালোঁ। সুন্দৰ বগা বিল্ডিংতো দেখি বৰ ভাল লাগিল, চাৰিওফালে সুন্দৰ ফুলৰ বাগিছা মুৰ্ত্তি আদিৰে সজোৱা। কিং ভিক্টৰ ইমানুৱেল ২য়ৰ স্মৃতিপ্ৰাসাদ। ইয়াৰ আৰ্কিটেক আছিল জি চোচনি। এই বগা প্ৰাসাদটোৰ কাৰু-কাৰ্য্য, মুৰ্ত্তি ফোৱৰা আদিয়ে আজিও ইটালীয়ান শিল্পীৰ কৰ্মকুশলতা, সুক্ষ্ম সৌন্দৰ্য্যৰ বিজয় ধ্বজা সগৌৰবে প্ৰচাৰ কৰি আছে। তাৰ পিছত আমি মৰ্ডান আৰ্ট গেলাৰীটো চাবলৈ গলোঁ। ইটালীখন সুদক্ষ শিল্পীৰ দেশ। তেওঁলোকৰ গীৰ্জাবোৰ, ঘৰ-দুৱাৰ, আলি-পদুলী, বাগিছা আৰ্টগেলাৰী চালে চাই থাকিবৰ মন যায়। যেতিয়া আমি চিন্তা কৰোঁ 'যে পৃথিবীলৈ ইটালীৰ দান কি? তেতিয়া তৎক্ষনাত আমাৰ মনলৈ

আহে ১৩শ শতিকাৰ ভিতৰত ইটালীবাসীৰ শিল্পকলা সাহিত্যৰ পুনৰভ্যুদয় নবজাগৰণৰ কথা। সেই সময়ৰ ইটালীৰ চিত্ৰকলা আৰু সঙ্গীতৰ জাগৰণৰ কথা।

১২৬৬-১৩৩৭ চনৰ ভিতৰত ইটালীৰ এজন গৰখীয়া ল'ৰাই দিনে নিশাই প্ৰকৃতিৰ ন ন ৰূপ দেখি মোহিত হৈ ছবি আঁকিবলৈ লয়, তেওঁৰ সেই অপূৰ্ব্ব চিত্ৰ কলাই সকলোৰে মন আকৰ্ষন কৰে। তেওঁৰ নাম হ'ল জিঅ'টো দি বন্দনী। তেওঁকেই প্ৰাচ্যাত্বৰ চিত্ৰ কলা পিতৃৰূপে পৰিগণিত কৰে। এওঁলোকৰ কিছুমান দুৰ্ব্বল যৌন উলঙ্গ ছবি এতিয়াও হেলেনিকৰ বেৰত, কবৰৰ গাত আৰু পম্পিয়াই নগৰীৰ ভগ্নাৱশেষত দেখা যায়। কিন্তু প্ৰথম গীৰ্জাবোৰৰ বেৰত যীশুৰ বাণী আৰু ছবিবোৰহে দেখা যায়। পিচত উজ্জল মোজায়েকৰ দ্বাৰা পেলিৰমো, ৰেভনা আৰু ভেনিচৰ কেথলিক গীৰ্জাবোৰত সুন্দৰ সুন্দৰ ছবিবোৰ আঁকিছিল— সেইবোৰ ছবিয়ে আজিও পৃথিবীৰ লাখ লাখ শিল্পী, সৌন্দৰ্য্যপ্ৰেমী যাত্ৰীক আকৰ্ষণ কৰি আছে। তেতিয়াৰ সেই শিল্পী সকলৰ নাম কিন্তু তাত নাছিল।



তাৰ পিচত আমি ৰোমৰ বিখ্যাত কলোচিয়াম চাবলৈ গলোঁ।



এইয়া পুৰণি ৰোমৰ বিখ্যাত স্মৃতিচিহ্ন। ভেচ্‌পেচিয়ানে ইয়াক সজাইছিল আৰু পিচত তেওঁৰ পুতেক টিতাচে উদ্বোধন কৰে আৰু তাৰ নাম দিলে ফ্লেভিয়ান এম্ফিথিয়েটাৰ। কুৰিশতিকালৈকে যদিও ই কিছু কিছু উৰঁলী গৈছে, তথাপিও ইয়ে অতীতৰ ৰোমৰ বিজ্ঞানী শিল্পী সকলৰ কলা-কুশলতা বোৰ মনত পেলাই দিয়ে। ইয়াৰ ঘুৰণীয়া পৰিধিৰ মুঠ দৈৰ্ঘ্য ৫২৭ মিটাৰ। চাৰিওফালে ওখ তিনিশ বেৰৰ উচ্চতা হ'ল ৫০ মিটাৰ। ইয়াক এনেদৰে সজোৱা হৈছে যে ৰৰযুণ আৰু ৰ'দৰ পৰা দৰ্শকে অকনো অসুবিধা নাপাই। চাৰিটা প্ৰধান বাটেৰে মঞ্চলৈকে যাব পাৰি। তলেৰে থকা সুৰঙ্গৰ বাটেৰে গ্লেডিয়েটৰ বীৰ যোদ্ধা সকল আৰু বাঘ, সিংহ আদি বনৰীয়া জন্তুবোৰ মঞ্চলৈ সহজে আহিব পাৰে। প্ৰথম খলপতে সুন্দৰকৈ সজোৱা অংশত সম্ৰাট আৰু তেওঁৰ পাৰিষদসকল, সসস্ত্ৰ বাহিনীৰ মূখ্য সকল আৰু ধৰ্মীয় উপদেষ্টা সকল বহে। সেই কলোচিয়ামত আসনৰ মুঠ সংখ্যা তেতিয়াৰ দিনতে ৫০,০০০। সেই সময়ত বীৰ গ্লেডিয়েটৰ সকলৰ মাজত আৰু বিভিন্ন জন্তুৰ লগত কৰা যুঁজ তাৰপৰা উপভোগ কৰিছিল।



কলোচিয়ামৰ সন্মুখত প্ৰভা তালুকদাৰ, বীণা বৰুৱা, ইৰাণী হাজৰিকা, ধীৰেণ বৰুৱা, মুনীন দত্ত বৰুৱা আৰু মনোৰমা দত্তবৰুৱা

১৮শ শতিকালৈকে প্ৰচলিত আছিল যে কলোচিয়াম ধ্বংশ হলে ৰোমও ধ্বংশ হব আৰু ৰোম ধ্বংশ হলে পৃথিবী ধ্বংশ হব।

কিমান শতিকা পাৰ হৈ গ'ল পুৰণি ৰোমৰ কলোচিয়ামৰ ভিতৰত

কিমান ক্ষুধাতু সিংহই বীৰ গ্লেডিয়েটৰ লগত যুঁজিছিল তাৰ প্ৰতিধ্বনি যেন এতিয়াও ৰোমৰ আকাশে-বতাহে শুনা যায়। যেতিয়া আমি কলোচিয়ামৰ ভিতৰলৈ গৈছিলোঁ সেই ভগ্নাৱশেষবোৰে এতিয়াও যেন সোঁৱৰাই দিয়ে সেই সময়ৰ সিংহৰ গৰ্জন আৰু গ্লেডিয়েতৰৰ বীৰত্বৰ কথা, প্ৰবল প্ৰতাপী সম্ৰাট সকলৰ বীৰত্বৰ কাহিনীবোৰ। ৰোমৰ আৰু ভেটিকানৰ সুন্দৰ সুন্দৰ গীৰ্জাবোৰ, প্ৰাসাদবোৰ, ৰাষ্টা-ঘাট-উদ্যান-চাই এজনে এবছৰেও শেষ কৰিব নোৱাৰে আৰু ভাগৰিও নপৰে।

ৰোমান ফোৰামৰ ফালে চাই থকাকৈ যুপিটাৰৰ মন্দিৰটো আছে। কেপিটলিয়ম পাহাৰৰ পুৰণি নাম আছিল টাৰপিয়ান পাহাৰ। এই টাৰপিয়ান পাহাৰৰ শিলাভূমিত ৰোমৰ বিশ্বাসঘাটক সকলক মৃত্যুদণ্ড দিয়া হৈছিল। পুৰণি আখ্যানমতে টাৰপিয়ান নামৰ ৰোমৰ গাভৰু এগৰাকীয়ে সেই পাহাৰত থকা শিলৰ দৰজাখন ৰোমৰ বিৰুদ্ধে যুঁজা চেবিন যোদ্ধা সকলক মুকলি কৰি দিছিল। সেই ধুনীয়া অথচ বিশ্বাসঘাটকী টাৰপিয়ান নামৰ গাভৰুজনীক ৰোমান সকলে পিচত সেই পাহাৰৰ ওপৰৰ পৰা দলিয়াই বধ কৰিছিল। পিচতো দেশদ্ৰোহীহতঁক সেই একেদৰে বধিছিল। সেই কাৰণেই সেই পাহাৰৰ নাম টাৰপিয়ান।

তাৰ ওচৰতে আছে জুলিয়াচ চীজাৰৰ প্ৰাসাদটো, চীজাৰৰ এটি বিৰাট মূৰ্ত্তিৰে সৈতে। তাৰ পিচতে কেপিটলিয়ম টাৱাৰটো। তাত থকা ষোল্লশতিকাতে তৈয়াৰ কৰা পেটাৰিণা নামৰ ঘণ্টাতো চালোঁ। যি ঘণ্টাটোৱে ৰোমবাসীক সুখ দুখৰ সময়ত ধ্বনি কৰি সমভাগী হৈছিল। সেই টাৱাৰৰ ওপৰত থকা ক্ৰচটোৱে খৃষ্ট ধৰ্মৰ চিন হিচাবে জিলিকি আছে। কেপিটলিয়ম পাহাৰৰ নামনিত অতীত ৰোমৰ ধ্বংশাৱশেষবোৰ দেখা যায়। এই কেপিটলিয়ম পাহাৰৰ ওপৰত ৰোমানসকলে দুটি মন্দিৰ প্ৰতিস্থা কৰিছিল। দক্ষিণৰ পিনে যুপিটাৰৰ মন্দিৰ, আৰু বাকী অংশত কনজাৰভেটৰী প্ৰাসাদ আৰু উত্তৰফালে জুনৰ প্ৰাসাদ। য'ত আজি-কালি আৰাচিয়লি গীৰ্জ্জা তৈয়াৰ হৈছে।



বাওঁফালে চেনেটৰিয়েল প্ৰাসাদৰ কাষত কেপিটলিয়াম মিউজিয়মটো আছে। ১৪০০ শতিকাত পোপ চিক্সটাজ ৪এ এই মিউজিয়াম প্ৰতিস্থা কৰিছিল। ই পুৰণি ভাস্কাৰ্য্যৰ এটি সুন্দৰ নিদৰ্শন। এই মিউজিয়মৰ হলৰ বেৰত থকা প্ৰকাণ্ড পেইনিংবোৰ দেখিলে, মূৰ্ত্তিবোৰ দেখিলে ইটালীয়ান জাতিটোৰ প্ৰতি শ্ৰদ্ধাতে মুৰ দোঁখায় আহে।



Venus and Adonis by Veronese.

এইয়া বিখ্যাত শিল্পী ভাৰোনিচৰ তুলিকাত জীৱন্ত হৈ উঠা ভেনাচ আৰু এডোনিছৰ ছবি।

এই মিউজিয়ামটো আমাৰ সম্পূৰ্ণ ছোৱা নহ'ল। কাষত মাৰফোৰিওৰ মূৰ্ত্তিটো আছে। মূৰ্ত্তিটোৰ কাষতে অতি সুন্দৰ ফোৰৱা এটা আছে।



Venus detaining Adonis, by Titian.

এইয়া শিল্পী টিটিয়ানৰ বিখ্যাত ছবিত—ভেনাছে কিদৰে তেওঁক এৰি যাবলৈ এডোনিচক বাধা দিছে সেই দৃশ্য জীৱন্ত কৰি তুলিছে।

ৰোমতেই ইটালীৰ কথাছবি শিল্পৰ নিৰ্মান কাৰ্য্য দেশৰ ভিতৰত বেছি। ৰোমৰ পৰাই পৃথিবী বিখ্যাত সাহিত্যৰ আলোচনী Via delle Botteghe Oscure প্ৰকাশ হয়। কেইবাটাও ভাষত প্ৰকাশ হোৱা আলোচনী খন ইটালীৰ বাণী এগৰাকীয়ে প্ৰতিষ্ঠা কৰিছিল হেনো। এই আলোচনী খনৰ নামটোৰ মানে হ'ল— "the street of the dark shops"। আলোচনীখন পাচতা ভাষাত প্ৰকাশ হয় সেয়া হ'ল ইংৰাজী, জাৰ্মান, ফ্ৰেন্স, স্পেইনীজ আৰু ইটালীয়ান।

পেৰিছৰ পিচত ৰোমেই হ'ল শিল্পীৰ স্বৰ্গপুৰী। তাত থকা এমেৰিকান একাডেমিয়ে প্ৰতি বছৰে ২৭টা ফেলোচিপ প্ৰদান কৰে উচ্চশিক্ষা, পেইটিং, স্থাপত্য বিদ্যা, কবি আদিৰ বাবে।



১৯২০ চনৰেপৰা ৰোমত শিল্পকলাই গা কৰি উঠে আৰু ব্যৱসায় বাণিজ্যৰ প্ৰধান কেন্দ্ৰ হৈ পৰে। কেইবা শতিকা ধৰি ৰোমৰ শাসনকাৰ্য্য গীৰ্জ্জাৰ দ্বাৰা পৰিচালিত হৈছিল। প্ৰায় দহখন মান পাহাৰ ৰোম নগৰীয়ে আগুৰি আছে। কুইৰিনাল পাহাৰৰ ওপৰত থকা প্ৰাসাদটো ১৫৭৪ চনত পোপ গ্ৰেগৰী ১৩ই সজাইছিল। পিচত ই ৰাজপ্ৰাসাদ হৈছিল, বৰ্ত্তমান ই ইটালীৰ প্ৰেচিডেণ্টৰ প্ৰাসাদলৈ ৰূপান্তৰীত হয়। তাৰ ওচৰতে থকা ট্ৰিভি নামৰ বিখ্যাত



আৰু বৃহৎ ফোৰৱাটো বৰ ধুনীয়া আৰু চাবলগীয়া। এই ফাউণ্টেইন অব ট্ৰিভি নামৰ সুন্দৰ আৰু বিখ্যাত ফোৰৱাটো চাই থাকিলেও যেন আমনি নালাগে। শিল্পীৰ কি সৃষ্টি, যেন ভগৱানৰ সৈতে প্ৰতিযোগিতাহে কৰিছে। সমগ্ৰ ৰোমৰ আন আন ফোৰৱাৰ লগত ইয়াৰ তুলনা নহয়। ৰোমখন ফুলনী, ফোৰৱা আৰু বিভিন্ন মূৰ্ত্তিৰে ভৰপূৰ। ইয়াক শিল্পীৰ স্বৰ্গ বুলি ক'ব পাৰি। এই ফোৰৱটো ক্লিমেন্ট ১২ই সজাইছিল। ইয়াৰ জলধাৰক ভাৰ্জিন বুলি কয়। পুৰণি প্ৰবাদ মতে এগ্ৰিপ্পাই ৰোমলৈ এই জলাধাৰ বোৱাই আনিছিল-গা ধুবলৈ। সেয়ে এজনী দেৱকন্যাই এগ্ৰিপ্পাৰ কান্ধত পানী ঢালি

দিছিল বুলি কয়। ১৭৬২ চনত আৰ্কিটেক চেলভিয়ে ইয়াক সম্পূৰ্ণ কৰি তোলে। নেপচুনৰ দুটা ঘোঁৰাৰ গাড়ীখন তাত নমা দেখা গৈছে। সেইদিনা নিশা প্ৰায় ১০ মান বজাত আমাৰ গাড়ীৰ ড্ৰাইভাৰ জিনোৰ লগত মই, ইৰা দুৱৰা, ইৰানী হাজৰিকা, ধীৰেণ বৰুৱা আৰু মিৰি হাজৰিকা গৈ বহু সময় এই ফোৱৰাটো চালো। এটা চাৰিতলা সুন্দৰ প্ৰাসাদৰ কাষতে কিছুমান শিলৰ ওপৰেদি পানীবোৰ আহি এটা সুন্দৰ নীলা পুখুৰীত পৰিছে। শিলৰ ওপৰত নেপচুন আৰু আন আন কেইবাটাও সুন্দৰ মূৰ্ত্তি আছে। পুৰণি প্ৰথা মতে সেই ফোৰৰাটো চাই ওভতি আহোঁতে পিচদি যদি মুদ্ৰা এটা সেই পুখুৰীলৈ দলিয়াই দি মনত কিবা আশা কৰে তেন্তে সি ফলিয়াবই, আৰু হেনো পুনৰ ৰোমলৈ আহিব পাৰি। আমাৰ দলটো যেন নিৰাপদে দেশ ভ্ৰমণ কৰি নিজ দেশলৈ ওভতি আহিব পাৰো তাকে আশা কৰি মই আমাৰ দেশৰ আধলি এটা পিচদি দলিয়াই দিছিলোঁ আৰু সেয়ে বোধকৰো আমি আটায়ে নিৰাপদে ঘৰ পালোহি। মোৰ প্ৰথমটো হ'ল— কিন্তু পিছৰটো এতিয়াও হোৱা নাই। আজিও আশাপালি আছো। টিবাৰ মহানগৰী নতুন আৰু পুৰণিৰ সংমিশ্ৰনত গঢ়ি উঠা এক বিৰাট নগৰ। এমেৰিকাৰ নিউইয়ৰ্কতকৈয়ো বেছি বাতৰি কাকত এই নগৰীৰপৰা প্ৰকাশ হয়। পুৰণি ৰোমৰ থিক মাজতে ফোৰাম অৱস্থিত, য'ত নেত্ৰীস্থানীয় নাগৰিকসকল লগ লাগি আলোচনা আদি কৰে। দেশৰ ৰাজনৈতিক নেতাসকলৰ মিলনৰ কেন্দ্ৰ। তাতেই ৰোমান বীৰসকলৰ মূৰ্ত্তি, দেৱ-দেবীৰ মন্দিৰ আদিও আছে। পুৰণি আখ্যান মতে ৰোম প্ৰতিষ্ঠা কৰিছিল দুই ভাই ককাই— নাম আছিল ৰোমলুছ আৰু ৰিমোচ। ৰোম শিল্প, চিত্ৰকলা আদিৰ এক ভঁৰালঘৰ। ৰোমানসকলৰ বাহিৰে গ্ৰীক স্থাপত্যকলা শিল্পীসকলৰো বহুমূলীয়া দান ৰোমত আছে। লিওনাৰ্ড দা ভিন্সি, মিচেল এঞ্জোলা, ৰাফেল আৰু ৰিনেইচেনচৰ শিল্পকলাই বিখ্যাত। অতীতৰপৰা বৰ্ত্তমানলৈ নানা ধৰণৰ শিল্প



কলাই সমগ্ৰ ৰোম নগৰৰ অজস্ৰ মিউজিয়াম, গীৰ্জা আৰু প্ৰাসাদত সিঁচৰিত হৈ আছে। ৰোমৰ যি ফালেই চাব—সেই ফালেই সোঁৱৰাই দিব ৰোমৰ বুৰঞ্জীৰ সোণোৱালী অধ্যায়বোৰ, বীৰত্বৰে ভৰা অতীতবোৰ।

১৯৬১ চনত ইটালীবাসীয়ে শিল্পী লিওনাৰ্ড দা ভিন্সিৰ নামেৰে এটা এয়াৰপোৰ্ট প্ৰতিষ্ঠা কৰিছে। বৰ্ত্তমান সেই এয়াৰপোৰ্টেৰে সদায় কেইবাশও প্লেন অহা যোৱা কৰে। ৩৭৫০ একৰ মাটি আগুৰি এই এয়াৰপোৰ্ট। তাত এটা বিৰাট বিল্ডিং তৈয়াৰ কৰিছে তাঁখা আৰু আইনাৰে, খৰছ পৰিছে ৫০,০০০,০০০ এমেৰিকান ডলাৰ। ১৯৬০ চনত আন এটা নতুন প্ৰকল্প স্থাপন কৰিলে— য'ত স্থায়ী কাৰিকৰী ব্যৱসায়ীক প্ৰদৰ্শনী আদি হয়। আন দেশৰ ৰাজধানীতকৈ ৰোমলৈ বিদেশী ভ্ৰমণকাৰী বেছি আহে।



চেণ্ট পিটাৰ্চ গীৰ্জাই ইটালীৰ ডাঙৰ গীৰ্জা। ইয়াৰ মাটি-কালি ১০৮'৭ একৰ। এইখিনিকেই ভেটিকান বুলি কয় আৰু ই পৃথিবীৰ ভিতৰতে এখন ক্ষুদ্ৰ স্বাধীন ৰাজ্য। ইয়ে খৃষ্টান ধৰ্মৰ বিশ্বাস আৰু গুৰুত্ব বঢ়াই দিলে। এই চেণ্ট পিটাৰ্চ গীৰ্জাতেই ধৰ্মগুৰু পোপ থাকে। ইয়াৰ ভিতৰৰ আৰু বাহিৰৰ কাৰুকাৰ্য্যবোৰ

দেখিলে অবাক হব লাগে। পৃথিবীৰ সকলো দেশৰপৰা নানা ধৰ্মৰ মানুহেৰে এই গীৰ্জা সদায় ভীৰ হৈ থাকে, তথাপিও কতো অকণো চিঞৰ বাখৰ, লেতেৰা কৰা নাইবা ডাঙৰকৈ কথা কোৱা নুশুনিলো। বিৰাট গীৰ্জাটোৰ সন্মুখত বেচ ডাঙৰ মুকলি ঠাইখিনি ১৭শ শতিকাত ৭ম পোপ আলেকজেণ্ডাৰৰ দিনত সজাইছিল। মুকলি ঠাইখিনিৰ চাৰিওফালে গোলাকাৰ ঘৰৰ বিৰাট বিৰাট কলম পোষ্টবোৰৰ ওপৰত সুন্দৰ সুন্দৰ মূৰ্ত্তিবোৰে ঠাইখিনিৰ আকৰ্ষণ আৰু বঢ়াই তুলিছে। বেচিলিকাৰ ওচৰতে ভেটিকান প্ৰাসাদ। সেই প্ৰাসাদতেই ১৩৭৭ চনৰেপৰা খৃষ্টান ধৰ্মগুৰু পোপসকল আছে। ইয়াৰ গেলাৰীবোৰ পৃথিবীৰ নানা দেশৰ বিশেষকৈ গ্ৰীছ আৰু ৰোমৰ স্থাপত্য মূৰ্ত্তিৰে ভৰপুৰ। সেই প্ৰাসাদৰ ভিতৰত কুৰিটা দৰবাৰ কক্ষ, দুশ চিৰি, আৰু প্ৰায় এহেজাৰৰো ওপৰত কোঠা আছে— ললিতকলা প্ৰদৰ্শনীৰ ঘৰ, যাদুঘৰ, পুথিভঁৰাল, ভোজনাগাৰ, পোপ সকলৰ থকা ঘৰবোৰলৈ।

পৃথিবীৰ বিভিন্ন দেশৰ শিল্পীসকলে ভেটিকান নগৰ সজোৱাত সহায় কৰি থাকে। সেই সময়ত বিখ্যাত শিল্পী ৰাফেলে ভেটিকানৰ লজিয়া আৰু ষ্টেঞ্জৰ বেৰবোৰত নানা ধৰণে আকৰ্ষণীয় কৰি আঁকিছিল নিজৰ তুলিকাৰে। ৰাফেলৰ নানান চিত্ৰই ভেটিকানৰ আৰ্ট গেলাৰীতো যথেষ্ট ৰৰঙণি যোগাইছে। ভেটিকান মহানগৰী টিবাৰ নৈৰ সোঁপাৰে অৱস্থিত ভেটিকান পাহাৰৰ ওপৰত একমাত্ৰ ক্ষুদ্ৰ স্বাধীন ৰাজ্য। কেথলিক গীৰ্জাৰ ধৰ্মগুৰু পোপৰ অধীনত এই ক্ষুদ্ৰ ৰাজ্য চলে। ইয়াত ইটালীৰ চৰকাৰৰ কোনো হাত নাই। ইয়াৰ পৰিধি ৪৪ হেক্টৰ মাটিতকৈ অলপ বেছি। অধিবাসী দুহেজাৰতকৈ কম। দৰাচলতে ভেটিকান নগৰীৰ জন্ম হয় ১১ ফেব্ৰুৱাৰী ১৯২৯ চনত। কিন্তু ১৩১১ চনৰেপৰা পোপৰ অধীনত আছিল। ভিকাৰ অৰ ক্ৰাইষ্ট আৰু চেণ্ট পিটাৰ্চৰ বাবে ভেটিকান খৃষ্ট ধৰ্মৰ প্ৰধান কেন্দ্ৰ হৈ পৰে আৰু পৃথিবীৰ সকলো ঠাইৰেপৰা খৃষ্ট ধৰ্মাৱলম্বী-



লোক ভেটিকানৰ চেণ্ট পিটাৰ্চ গীৰ্জা দৰ্শন কৰিবলৈ আহে।

আমাৰ দলৰ আটায়ে চেণ্ট পিটাৰ্চ গীৰ্জাৰ প্ৰায়বোৰ কোঠাতে থকা প্ৰভু যীশুৰ নানান মূৰ্ত্তি, প্ৰাৰ্থনাৰ মজিয়া আদি বহু সময় ঘুৰি-পকি চাওঁ। চেণ্ট পিটাৰ্চ বেচিলিকাৰ ভিতৰত থকা মেৰীৰ কোলাত যীশু, মিচেল এঞ্জোলাই বনোৱা মূৰ্ত্তিটো দেখিলে জীৱন্ত মেৰীৰ কোলাত যীশু শুই থকা যেন লাগিব। ইমান বিৰাট সমাগম, ইমান নিস্তব্ধ হৈ ঘূৰিছে, প্ৰাৰ্থনা কৰিছে দেখিলে অবাক হব লাগে। বহুতো প্ৰাৰ্থনা কৰা ঠাইত দেখিলো প্ৰায় দুফুট-মান ওখ মমবাটি কিছুমান থৈ দিছে, যাত্ৰীসকলে ইচ্ছা কৰিলেই কাষত থকা বাছনত পইচা থৈ মম কিনি জ্বলাই প্ৰাৰ্থনা কৰিব পাৰে। প্ৰায় প্ৰতিটো মূৰ্ত্তিৰ কাষতে সুন্দৰ ধুনীয়া সতেজ ফুলবোৰ ধুনীয়াকৈ সজাই থৈছে। ইমান মূৰ্ত্তি, ইমান ফুল কি সুন্দৰকৈ সজাই থৈছে দেখিলে আচৰিত লাগে। প্ৰচুৰ শিল্পৰ ভঁৰাল আৰু সৌন্দৰ্য্যৰ বাবেই ভেটিকান নগৰী, বিদেশী ভ্ৰমণকাৰী আৰু বিদ্বান পণ্ডিতসকলৰ আকৰ্ষণৰ ঠাই হৈ পৰিছে। বেচিলিকা, চেণ্ট পিটাৰ্চ আৰু মিউজিয়ম আদি পৰিদৰ্শনৰ বাবে কোনো বিশেষ অনুমতি নালাগে। ভেটিকান চহৰত সোমোৱা পথত (Arch of the bells) দুৱৰীৰূপে আছে দুজন চুইচ গাৰ্ড— তেওঁলোকৰ নিজৰ দেশৰ পোছাকত। ভিতৰ সোমাই গলে চেণ্ট পিটাৰ্চৰ সন্মুখত যিখন ঘূৰণীয়া চোতাল আছে তাৰ দুফালে থকা গেলাৰীৰ ওপৰত মুঠ ১৪০ জন বিভিন্ন সাধু-পুৰুষৰ মূৰ্ত্তি আছে।

ইয়াৰ মিউজিয়াম আৰ্ট গেলাৰী আদি চাবৰ বাবে বহু সময় আৰু সুক্ষ্মদৃষ্টিৰ প্ৰয়োজন হয়। ইমান কম সময়ত ইমানবোৰ চাবলগীয়া বস্তু চাই তাৰ বিশদ বিৱৰণ সংগ্ৰহ কৰা, ফটো লোৱা বৰ টান কাম। তদুপৰি সহযাত্ৰীসকলে মই ভালপোৱা, চাবখোজা, ফটো ল'ব খোজা সময়ত তেওঁলোকে মোৰ লগতে সময় খৰছ কৰিবও টান পায়। সেয়ে একেলগে ফুৰাত আৰ্থিক দিশত যি সুবিধা আছে

আনহাতে এইবোৰ অসুবিধাও আছে।



মাজতে হাতত বগা ভেনিটি বেগটোৰে সেই-গৰাকী বিদেশী মহিলা।

সেই চেণ্ট পিটাৰ্চ গীৰ্জাৰ প্ৰাঙ্গণত অসংখ্য ভ্ৰমণকাৰীৰ মাজত এগৰাকী বিদেশী মহিলা হঠাৎ মোৰ চকুত পৰিল, তেওঁ আমালৈ চাই হাঁহি আছিল; তেনেতে শ্ৰীমুনীন দত্ত বৰুৱাই আমাৰ দলটোৰ ফটো ল'বলৈ সাজু হওঁতেই সেই মহিলা গৰাকীক মই come, come বুলি আমাৰ দলৰ মাজলৈ লৈ আহিলোঁ। মহিলা গৰাকী কোন দেশৰ কব নোৱাৰিলোঁ। তেওঁ ফুলাম কাপোৰেৰে যি গাউন পিন্ধি আহিছিল দেখিলে ভাৰতীয় ফুলাম শাৰী পিন্ধা যেন লাগে। আমাৰ মাজতে হাঁহি হাঁহি ফটো উঠি তেওঁৰ নিজৰ লগৰীয়াসকলৰ মাজলৈ গুচি গ'ল। মহিলা গৰাকী ইমান ধুনীয়া তেওঁৰ কাপোৰ যোৰেৰে আৰু হাঁহি থকা মৰমলগা মুখেৰে আমাৰ দলটোক খন্তেকৰ বাবে হলেও আনন্দিত কৰি থৈ গ'ল।

চেণ্ট পিটাৰ্চৰ চোতালত থকা গেলাৰীত মুঠ ৮৮ টা পিলাৰ আৰু ২৮৪ টা কলম আছে। ইষ্টাৰৰ সময়ত আৰু আন আন ধৰ্মীয় উৎসৱত পোপৰ বাণী শুনিবলৈ পৃথিবীৰ বিভিন্ন দেশৰপৰা ধাৰ্ম্মীক লোকৰ বিৰাট সমাগম হয়। চেণ্ট পিটাৰ্চৰ বেচিলিকাই হৈছে খৃষ্ট ধৰ্মৰ বৃহৎ আৰু কাৰিকৰী দিশত চূড়ান্ত ৰূপ দিয়া গীৰ্জা।



৩১৯ চনত চেণ্ট পিটাৰ্চৰ সমাধিৰ ওপৰতহে প্ৰথম গীৰ্জাটো আছিল। কেই শতিকাৰ পিচত পোপ নিকোলাচ ৫ এ বাৰ্নাডো ৰোচোলিনো নামৰ স্থাপত্য শিল্পীজনক ১৪৫২ চনত নতুন বেচিলিকা প্ৰতিষ্ঠাৰ বাবে কামত লগায়। কিন্তু শেষত ১৫০৬ চনৰ ১৮ এপ্ৰিলত পোপ জুলিয়াচ ২য় ই গ্ৰীক ক্ৰচৰ আৰ্হিত প্ৰথম আধাৰশিলা স্থাপন কৰে। এক শতিকা পিচত প্ৰায় ১৬২৬ চনৰ ১৯ নবেম্বৰত পোপ আৰ্বানো ৮ এ নতুন বেচিলিকা তৈয়াৰ কৰি উলিয়াই। ব্ৰামাণ্টি নামৰ শিল্পীজনৰ পিচত শিল্পী ৰাফেল, জিউলিআলে চানগালো, পিৰুনী, এণ্টিনে চানগালো শিল্পীয়ে কাম কৰিছিল আৰু শেষত মিচেল এঞ্জেলোই এই বিৰাট কামটো সম্পূৰ্ণ কৰে।

সম্পূৰ্ণভাবে অকল ভেটিকান নগৰী চাবলৈ বহুতো সময় লাগে। তাৰ প্ৰতিটো বস্তু পুঙ্খানুপুঙ্খৰূপে চাবলৈ, মিউজিয়ম, গেলাৰী আদি চাবলৈ কমেও প্ৰায় ছমাহ মান সময় লাগিব।

ভেটিকানৰ পিনাকোথিকা নামৰ আৰ্ট গেলাৰীত বহুতো মূল্যবান পেইণ্টিং সংৰক্ষণ কৰা হৈছে। তাৰ ভিতৰত ৰাফেল, লিওনাৰ্ড দি ভিঞ্চি, ফ্লা এনজিলিকো, মুৰীলী আৰু বহুতো বিখ্যাত ইটালী আৰু স্পেইনৰ শিল্পীৰ ছবিৰে ভৰপুৰ হৈ আছে। এতিয়া বহুতো নতুন শিল্পীয়ে তাৰ পৰা অনুপ্ৰেৰণা লৈ সেই আদৰ্শৰে নিজৰ নিজৰ সৃজনী প্ৰতিভা প্ৰতিষ্ঠা কৰাত ব্যস্ত।

ভেনিছ নগৰী হ'ল এড্ৰিয়াটিক সাগৰৰ ৰাণী। ই ইটালীৰ উত্তৰত অৱস্থিত এক অন্য ধৰণৰ নগৰী। ই এড্ৰিয়াটিক সাগৰৰ মাজলৈ সৰু বৰ ১১৮ টা দ্বীপক সাঙুৰি সৃষ্টি হোৱা পৃথিবীৰ এক বিস্ময়কৰ নগৰী। দ্বীপবোৰ আকৌ সাগৰৰ পানীৰ পৰা মাত্ৰ কেই ফুট মানহে ওখ। সেইবোৰক লগ লগাইছে প্ৰায় ৪০০ খন মান দলঙেৰে। মাজত মাজে মাজে আলকাতৰা গলাই হেনো সাগৰৰ পানীত ঢালি তাৰ ওপৰত লোহাৰ পোষ্ট আৰু বিৰাট বিৰাট শিলৰ গাঠনিৰে ডাঙৰ ডাঙৰ ঘৰ বান্ধিব পৰাকৈ তৈয়াৰ কৰি লৈছে। ভেনিছত মটৰ গাড়ীৰ শব্দ নাই।



তাত আছে মটৰ গাড়ীৰ সলনি নাওঁ, নাম হৈছে গণ্ডোলা।



এতিয়া ষ্টিম মটৰ বোটো চলে তাৰ নাম দিছে ভেপোৰিতি। সাধাৰণতে ভেনিছৰ মানুহে নাৱক গণ্ডোলা, মটৰ লাঞ্চক টেক্সী আৰু সৰু সৰু জাহাজক বাছ বুলি কয়। ভেনিছত গাড়ী চলিবলৈ ৰাস্তা নাই। মাত্ৰ ফুটপাথবোৰহে আছে। বৰ্ত্তমান ভেনিছৰ জনসংখ্যা প্ৰায় দুইলাখ।

ভেনিছত আমাক একেটা হোটেলতে ঠাই দিব নোৱাৰি ওচৰা-ওচৰিকৈ দুটা হোটেলত ৰাখিলে। আমি গৈ পাওঁতে তাত বেচ ঠাণ্ডা পৰিছে।

গণ্ডোলা নাওঁখন বাদ দিলে ভেনিচৰ সৌন্দৰ্য্যই নাইকীয়া হ'ব। বহু শতিকা ধৰি ভেনিছৰ গ্ৰেণ্ড চেনেলত গণ্ডোলা চলি আহিছে। গণ্ডোলা দেখাত বেছ ধুনীয়া, দীঘলে প্ৰয় ৩৬' ফুট, বহলে ৫ ফুট। কেইবা ধৰণৰ কাঠেৰে ইয়াক ভেনিছৰ কো-অপাৰেটিভ অনুষ্ঠান এটাই তৈয়াৰ কৰে। বেচিভাগ গণ্ডোলাৰ ৰং ক'লা, কিন্তু ৰবৰৰ কুচন থকা সুন্দৰ সুন্দৰ ৰঙৰ ৰেক্সিনেৰে ঢকা নানা ধৰণৰ চেয়াৰ থাকে। তাৰোপৰি ওপৰ ডোখৰত মোটা কাৰ্পেট পৰা থাকে যি-বিলাকেৰে মানুহে অহা-যোৱা কৰে।



মাল-বস্তু কঢ়িওৱাবোৰ কিন্তু এই গণ্ডোলাৰ দৰে সজোৱা নহয়।

কেইবা খলপো বাকছ ভৰাব পৰা ব্যৱস্থা থাকে। একোখন গণ্ডোলাৰ দাম প্ৰায় ৫,০০,০০০ লিৰা বা ৩০ পাউণ্ড। একোখন গণ্ডোলাৰ ওপৰত কাঠেৰে কৰা কাৰুকাৰ্য্য সঁচাকৈয়ে চাবলগীয়া। এই নাওঁবোৰৰ সাজ-সজ্জাৰ পৰাই শিল্পী হাতৰ পৰিচয় পোৱা যায়। ষোল্লশ শতিকাত হেনো প্ৰায় দহ হেজাৰ গণ্ডোলা আছিল। এতিয়া লাঞ্চ আদিৰ চলাচল বেচি হোৱাই বৰ্ত্তমান প্ৰায় ৪০০ গণ্ডোলাহে চলি আছে, সেয়ে গণ্ডোলা বিদেশী ভ্ৰমণকাৰীৰ বৰ আকৰ্ষণৰ বস্তু। তাত উঠি প্ৰেমিক-প্ৰেমিকাই বিয়াৰ আগতে প্ৰেমৰ সপোন ৰচনা কৰে। বহুতে গীটাৰ, মাউথ অৰগেন, একৰডিয়ান আদি বজাই গান গাই গাই ফুৰে।



আমি সন্ধিয়া ৰিয়ালটো নামৰ দলঙৰ ওপৰৰ পৰা গণ্ডোলাৰ সৌন্দৰ্য্য উপভোগ কৰি থাকোতে তলেৰে প্ৰায় দহ-বাৰ খন মান গণ্ডোলাত কোনোবা দেশৰ ভ্ৰমণকাৰী মতা-তিৰোতা কিছুমানে গীটাৰ,মাউথ অৰগেন বজাই গান গাই গৈ আছিল— আৰু পাৰত থকা দলঙৰ ওপৰত থকা মানুহ বোৰে হাত চাপৰিৰে সম্ভাষণ জনাইছিল। মই, প্ৰভা, ইৰাণী হাজৰিকা আৰু ধীৰেণ বৰুৱায়ো ৰিয়ালটো দলঙৰ ওপৰৰ পৰা সিহঁতক হাত চাপৰিৰে সম্ভাষণ জনাইছিলোঁ। ৰিয়াটো দলঙৰ কাষত অসংখ্য সৰু-বৰ ৰেষ্টোৰা আছে। সেইবোৰত ৰঙা-নীলা গাৰ্ডেন



ছাতিৰ তলত ধুনীয়া ফুলৰ তাবৰ মাজে মাজে বগা চকী, মেজৰ ওপৰত অসংখ্য যাত্ৰীৰ লগতে আমিও নানা ধৰণৰ খাদ্যৰ জুতি লৈছিলোঁ। সাধাৰণ গণ্ডোলাবোৰত ফলমুল, ফুল, তৰীতৰকাৰী আৰু আন আন বস্তুবোৰ সজাই বেপাৰ কৰিবলৈ লৈ আহে। আমাৰ ৰাস্তাবে অহাৰ দৰে সিহঁতৰ নাৱৰ পৰাই সেই দেশৰ মানুহে বস্তুবোৰ কিনে। তাত এদিনীয়া মানুহে অন্য মনস্ক হলে কেতিয়াবা ফুটপাথেৰে গৈ থাকোতে পানীত পৰিব পাৰে। আমি থকা সময়ত পানীৰ পৰা বৰ বেয়া গোন্ধ ওলাইছিল। গাইডজনে ক'লে জোৱাঁৰ ভাটা আহিলে নতুন পানী আহিব আৰু তেতিয়া গোন্ধ নাইকীয়া হব। গোন্ধ হোৱাৰ কাৰণ— ভেনিছৰ মানুহে সকলো অদৰ্কাৰী বস্তু পানীত পেলায়। আমি বহুতো ঠেক গলিৰ ফুটপাথত থকা নানা ধৰণৰ দোকান দেখিছিলো, কিছুমানত সাগৰৰ নানা ধৰণৰ মাছ, মাংস ভজা-ৰন্ধাৰ গোন্ধ পাইছিলোঁ। প্ৰায়বোৰ গণ্ডোলা এজন মানুহে সন্মুখলৈ থিয়হৈ বঠা মাৰি আগবঢ়াই নিয়ে। যেই-সেই মানুহে গণ্ডোলা চলাব নোৱাৰে। গোণ্ডোলা চালকৰ পোচাকবোৰ একে ধৰণৰ।

ভেনিচৰ হোটেলত নিশা ৮ বজাৰ লগে লগে আমাক ডিনাৰ দিছিল। বিস্ময়কৰ নগৰখন চাই আহি হোটেল পাওঁতে আমাৰ প্ৰায়েই অলপ দেৰী হয়। তাতে আমি অসমৰ মানুহ নিশা ন / দহ মান বজাতহে আমাৰ ৰাতিৰ আহাৰ খোৱাৰ অভ্যাস। তথাপিও বিদেশত সেইবোৰ দেশৰ নিয়ম মানি চলিবলৈ চেষ্টা কৰিছিলোঁ। আমাৰ মিৰিদা আৰু ধীৰেণ বৰুৱাই গধূলী ফুৰাৰ পিছতো ৰুমত বহি বহুতো সময় কটায়। সেয়ে ডিনাৰ টেবুললৈ আহোঁতে সদায় দেৰী। ভেনিছৰ হোটেলৰ বয় এজনে দেৰী কৰা বাবে মিৰিদা আৰু ধীৰেণক তাৰ ঘড়ীতো দেখুৱাই সিহঁতৰ ভাষাত বহুতো কিব-কিবি ক খং কৰে— তাকে দেখি শ্ৰীঅনিল চৌধুৰীয়ে তাৰ নাম দিলে খংমেন। পিচত আমি তাক খংমেন বুলি মাতিয়েই কাম চলালোঁ। ইউৰোপৰ প্ৰায়বোৰ হোটেলত আমাৰ দৰে খোৱাপানীৰ ব্যৱহাৰ

নেদেখিলো। সিহঁতে নানা ধৰণৰ মদ নাইবা বিয়েৰহে খায়। ৰাটাৰ, একুৱা, ড্ৰিংকিং ৱাটাৰ বুলিলেও বুজি নাপায়। টেপ ৱাটাৰ বুলিলেহে বুজি পায়— কিন্তু সিহঁতে তাৰ পানী হাত-মুখ আদি ধোৱাতহে ব্যৱহাৰ কৰে যেন পাওঁ। মদ বা বিয়েৰ নাখালে মিনাৰেল ৱাটাৰ বা আমাৰ বটলত পোৱাৰ দৰে চোদাপানীহে খায়। আমাৰ মহিলা কেইগৰাকীৰ বৰ সমস্যা হৈছিল। তেওঁলোকে বিয়েৰো নেখায়, কেতিয়াবা পানীৰ পৰিবৰ্ত্তে গাখীৰ আৰু কেতিয়াবা মিনাৰেল ৱাটাৰ খাইছিল।

ৰোমৰ দৰে ভেনিছেও ইয়াৰ পুৰণি ঐতিহ্যবোৰ বৰ যত্নেৰে সংৰক্ষণ কৰিছে। সেয়ে বছৰি ভেনিছৰ ভ্ৰমণকাৰীৰ পৰা অজস্ৰ ধন অৰ্জন হয়। এসময়ত ভেনিছ বৰ বিখ্যাত বন্দৰ আছিল কিন্তু বৰ্ত্তমান ই ইটালীৰো ইমান ব্যস্ত বন্দৰ নহয়। তথাপিও ৰোমৰ হোটেল বোৰত যিমান কোঠা আৰু বিচনা আছে তাতকৈ দুগুণ কোঠা আৰু বিচনা ভেনিছৰ হোটেলত আছে— তাৰ পৰাই অনুমান কৰকছোন ভেনিছৰ ভ্ৰমণকাৰীৰ ব্যৱসায়টো কেনে ধৰণৰ।



ওপৰৰ পৰা ভেনিছৰ গ্ৰেণ্ড চেনেলৰ দৃশ্য কেনেদেখি চাওঁকছোন।



বুৰঞ্জীবিদ সকলে কয় ভেনিছৰ জন্ম হয় প্ৰধান ভুমিৰ পৰা খেদাখোৱা কিছুমান ভগনীয়াৰ পৰা প্ৰায় ৬ শ শতিকাত। ১৭৯৭ চনৰে পৰা ভেনিছ এখন প্ৰকৃত গণতন্ত্ৰ হৈ পৰে। মধ্যযুগত ডাল-মটিয়ান জলদস্যুবোৰৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ বহুতো দুৰ্গ তৈয়াৰ কৰিছিল। সাগৰৰ মাজলৈ আগবাঢ়ি গৈ, থকা ঠাই উলিয়াই-ছিল। গীৰ্জাবোৰ ৰক্ষাৰ বাবে চাৰিওফালে মজবুত বাসস্থান তৈয়াৰ কৰি লৈছিল। ওক গছৰ কাঠৰ পৰা তেতিয়াৰ দিনত কাঠেৰে সমুদ্ৰগামী জাহাজ তৈয়াৰ কৰি লৈছিল। তাৰে কিছুমান গৈছিল ইংলণ্ডলৈ উল আনিবলৈ, কিছুমান গৈছিল ভাৰতবৰ্ষ আৰু চীন দেশলৈ বিভিন্ন সামগ্ৰীৰ বেপাৰ কৰিবলৈ।

বৃটেইন, যুগোস্লাভিয়া, গ্ৰীক আদি দেশৰ জাহাজবোৰে ভেনিছৰ বন্দৰত নানা ধৰণৰ বস্তু যেনে— কয়লা, তেল, সাৰ, কপাহ, খোৱা-বস্তু, মদ আদি নমায়। ভেনিছৰ লগত মিলানোৰ ৰেল সংযোগ আছে।



এইয়া ভেনিছৰ ডগ্‌চ্ পেলেচৰ সন্মুখৰ চোতা-লত আমাৰ সহযাত্ৰী কেই-গৰাকীমান

আমি আমাৰ গাইডজনৰ লগত প্ৰথমে চেণ্ট মাৰ্কচ পিয়াজেটা চাবলৈ গলোঁ। এই সৰু স্কোৱেৰটোৰ পৰা প্ৰধান স্কোৱেৰলৈ যাব পাৰি। এই পকাকৰা মুকলী ঠাই ডোখৰৰ চাৰিওপিনে কেইবাতলাও ওখ ঘৰ। মাজৰ চোতালখনত বহুতো ডাঙৰ জাতৰ ক'লা পাৰ চৰাই দেখিলোঁ।



গাইডজনে কৈছিল—ভেনিছৰ ৰাজকুমাৰে টাৰ্কিৰ ৰাজকন্যাক বিয়া কৰাইছিল আৰু ৰাজকন্যাই লগতে অনা নজোৰ পাৰ চৰাইৰ বৰ্ত্তমান বংশধৰ কেইবা হাজাৰো হৈছেগৈ। এই পাৰবোৰ স্কোৱেৰৰ চাৰিওফালে থকা অট্টালিকাবোৰৰ ওপৰত থাকে আৰু



গোটেই দিনটো পৃথিবীৰ বিভিন্ন দেশৰ ভ্ৰমণকাৰীয়ে সেই স্কোৱেৰ চাবলৈ আহোঁতে মাকৈৰ গুটি আদি নানা ধৰণৰ শস্য কিনি পাৰ



বোৰক খুৱাই আনন্দ পায়। পাৰবোৰে মানুহক অকনো ভয় নকৰে, কাৰণ তাৰ মানুহে আমাৰ দৰে পাৰ নাখায়, নামাৰে। পাৰবোৰে জাকপাতি আহি খুৱাওতাজনৰ গাত, কান্ধত, হাতত উঠি খাদ্য খায়। সেই পাৰক খাদ্য খুওৱা দৃশ্য তুলি লবলৈ আকৌ ফটো-গ্ৰাফাৰজন সাজু হৈ আছে— অলপ কেইলিৰা মান দিলেই ফটো লৈ দিব। আমাৰ দলৰ শ্ৰীমুনীন দত্ত বৰুৱা, শ্ৰীমতী বৰুৱা আৰু ইৱা (তুৰবা) বাইদেউ আৰু মই পাৰক মাকৈ খুৱাইছিলো।

দি মৰচ্‌ অৰ দি টাৱাৰ ক্লক প্ৰাসাদত ওপৰত থকা ক্লক টাৱাৰত থকা প্ৰকাণ্ড ঘণ্টাটো কোবাবলৈ দুটা সুন্দৰ তাম বা আন কোনো ধাতুৰ সজোৱা মূৰ্ত্তি আছে। সেই মূৰ্ত্তি দুটা এনে কৌশলেৰে থৈছে যে যেতিয়া সময় হয় তেতিয়া মূৰ্ত্তি দুটাই নিজে নিজে হাতত দীঘল হাতুৰি দুটাৰে ঘণ্টাতোত কোবাই সময়ৰ জাননী দিয়ে।

ভেনিছৰ ডিউকৰ ডগ্‌চ্‌ পেলেচতোলৈ আমাৰ গাইডজনে লৈ গ'ল। গাইড জন বৰ ৰসিক। হাঁহি ফুৰ্ত্তি কৰি আমাক প্ৰথমেই লোহাৰ



তলা লগোৱা বেল্ট এডাল দেখুৱালে। সেই লোহাৰ বেল্টডালেৰে হেনো

ক্ৰুছেডাৰ সকলে তেওঁলোকৰ নিজৰ প্ৰিয়তমা স্ত্ৰীক যুদ্ধ-বিগ্ৰহৰ সময়ত যেতিয়া ঘৰত অকলে এৰি থৈ যাবলগীয়া হয়— তেতিয়া তাইৰ ককালৰ পৰা যৌনাঙ্গলৈ এনে দৰে লগাই তলামাৰি থৈ যায়— যেন তাই আন পুৰুষৰ সৈতে কোনো অবৈধ সম্পৰ্ক কৰিব নোৱাৰে। যুদ্ধৰ পৰা উভটি গৈছে হেনো নিজে তলাখুলি নিজৰ যৌন ক্ষুধা পুৰণ কৰে। যদি সেই ক্ৰুছদাৰ জনৰ মৃত্যু হয়; তেন্তে বহু বছৰলৈকে তাই সেই বেল্ট খুলিবৰ সাহস নকৰে। হঠাতে যদি গিৰিয়েক আহি খোলা অৱস্থাত পায়— তেন্তে তাইৰ মৃত্যু অনিবাৰ্য্য। সেই তলামৰা বেল্টদাল খুলিম বুলিও খুলিব নোৱাৰে। হয় চাবিপাত লাগিব নহলে কমাৰে লোহা কাটি ভাজ খুৱাইহে তাইক মুকলি কৰিব পাৰিব। এই লোহাৰ বেল্টদাল হেনো ইউৰোপত প্ৰচলিত হোৱাৰ আগতে আৰব দেশত প্ৰচলিত হৈছিল।

ভেনিছত তৈয়াৰী আইনাৰ বস্তু পৃথিবী বিখ্যাত। ভেনিছত তৈয়াৰী কাপ-প্লেটত সোণ খটোৱা নানা ধৰণৰ আকৰ্ষণীয় বস্তু বিদেশলৈ ৰপ্তানি হয়। মই এটা একেবাৰে ৰঙা ৰঙৰ টি-ছেটৰ দাম সুধিছিলোঁ। চেটটোৰ প্ৰতিটো অংশতে ৰোল-গোণ্ডেৰে নানা ধৰণৰ ফুলেৰে সজাইছে। সিহঁতে ক'লে ওপৰৰ পৰা পৰিলেও ই নাভাঙে, দাম মাত্ৰ এশ ডলাৰ। আমি মাত্ৰ আমাৰ নাম ঠিকনা আৰু এশ এমেৰিকান ডলাৰ দিলেই আমাৰ ঠিকনাত ভাৰতলৈ পঠিয়াব। চেটতো আনিবলৈ বৰ মন গৈছিল, কিন্তু ইমান ডলাৰ খৰচ কৰিবলৈ মন নগল কাৰণ এতিয়াও আমি আৰু বহুতো ঠাইলৈ যাব আছে। তদুপৰি ভাৰতবৰ্ষ আহি পালে আমাৰ কাষ্টমছে আকৌ ৩০০% ডলাৰ ডিউটি লগাব। ইত্যাদি ভাবি অনা নহল।

বৰ্ত্তমান ভেনিছ বুলিলে দাতিকাষৰীয়া ঠাই পাডুৱা, ক্ৰিমোনা (ভায়োলীন বা বেহেলা বাদ্য-যন্ত্ৰৰ জন্ম স্থান) ভেৰোণা আদি নগৰী আৰু প্ৰদেশ সামৰি আছে। ১৫০৮ চনত ফ্ৰান্স আৰু স্পেইনে কিছু ঠাই অধিকাৰ কৰিছিল যদিও পুনৰ ১৭৯৭ চনত ভেনিছৰ কিছুমান সম্ভ্ৰান্ত চহকী পৰিয়ালে গ্ৰেণ্ড কাউন্সিল নামেৰে দহজন কাউন্সিলাৰে



শাসন ক্ষমতা লয়। ১৭৯৭ চনত নেপোলিয়ানে ভেনিছ গণতন্ত্ৰ ধ্বংশ কৰে আৰু কেমপোফোৰমিনো চুক্তিৰ জৰিয়তে অষ্ট্ৰিয়াৰ দখললৈ যায়। ১৮৪৮-৪৯ চনত এটা বিদ্ৰোহে কিছুদিনৰ কাৰণে ভেনিছক অষ্ট্ৰিয়াৰ পৰা মুক্ত কৰিলেও পুনৰ অষ্ট্ৰিয়াৰ দখললৈ যায়। অৱশেষত ১৮৬৬ চনত অষ্ট্ৰিয়াৰপৰা মুক্ত হৈ ইটালীৰ লগত লগ লাগি যায়। যেতিয়া নিকোলোপোলো আৰু তেওঁৰ ভায়েক মেফিঅ' দুয়ো অলঙ্কাৰ ব্যৱসায়ী চীন দেশ ভ্ৰমণ কৰি উভতি যায়— তেতিয়া সম্ৰাট কুব্লাই খানে চাইবেৰিয়াৰপৰা আহি ভাৰতৰ পাঞ্জাব পায়হি।

কুবলাই খানেই পুব তাকিৰপৰা প্ৰথমে তেল নিছিল। সেই সময়ত তেল নিজে নিজে মাটিৰ তলৰপৰা নিগৰি নিগৰি ওলাই বৈ গৈছিল— সেই সময়ত তেলৰ গুৰুত্বও কম আছিল। কুবলাই খানৰ বিৰাট প্ৰাসাদৰ নৈশ ভোজত ছহেজাৰ মানুহে একেলগে ভোজন কৰিছিল। তেওঁৰ নতুন বছৰৰ শোভাযাত্ৰাত পাঁচহেজাৰ হাতীয়ে সৌন্দৰ্য্য বঢ়াইছিল। তেওঁৰ গৰম কালৰ প্ৰাসাদত দহহেজাৰ শুদ্ধ বগা ঘোঁৰা আছিল। কুবলাই খানে মাৰ্কোপোলোৰপৰা নানা ধৰণৰ ভ্ৰমণ কাহিনী শুনিছিল আৰু সেইদৰে ভ্ৰমণো কৰিছিল। ভেনিছৰ সৈতে জেনোৱা যুদ্ধত মাৰ্কো বন্দী হয় আৰু কাৰাগাৰৰ পৰাই মাৰ্কোৰ লিখনি প্ৰচাৰ হয় আৰু নানা ভাষালৈ অনুদিত হয়। মাৰ্কোপোলোৰ দিনত ভেনিছ যদিও বৰ শক্তিশালী নাছিল তথাপিও ভেনিছৰ সৌন্দৰ্য্য তেতিয়াৰে পৰা বিখ্যাত আছিল। শিল্পকলাৰ এক ভঁৰাল য'ত প্ৰতি দুবছৰে হোৱা বিখ্যাত শিল্প মেলাত পৃথিবীৰ বিভিন্ন দেশৰ শিল্পপ্ৰেমীসকলৰ সমাগম হয়। সেইবোৰ মেলা হ'ল, ভেনিছৰ এজ টিটিয়ানচ্, টিনতোৰেটো, ভাৰনোচি আৰু বিলিনিচ্।

সেইদৰে ১৯৩২ চনৰেপৰা ভেনিছৰ কথাছবি শিল্পৰো উৎসৱ পালন কৰে। তাতো পৃথিবীৰ বিভিন্ন দেশে যোগদান কৰে।

ভেনিছিয়ান সকলে এতিয়াও নিজৰ দেশখন সজাই পৰাই

সুন্দৰ কৰি তোলাত ব্যস্ত হৈ থাকে। সেয়ে ভেনিছিয়ান আৰ্কিটেক্ট, শিল্পী, স্থাপত্যশিল্পীসকলে সদায় নিজৰ দেশক লৈ গৰ্ব্ব কৰে। ১৮৯৫ চনৰেপৰা বছৰে দুবাৰকৈ ইণ্টাৰনেচনেল কনটেমপ্ৰৰেৰী আৰ্টৰ প্ৰদৰ্শনী পাতে।

৮২৮ চনত আলেকজেণ্ড্ৰিয়াৰপৰা চেণ্ট মাৰ্কছৰ এটি ক্ষুদ্ৰ মূৰ্ত্তি আনি প্ৰতিস্থিত কৰিছিল সাধাৰণ কাঠেৰে সজা এটি গীৰ্জাত। এতিয়া এই গীৰ্জাৰ লগত সমানে ফেৰ মাৰিব পৰা ধনী, সুন্দৰ আহিৰে গঢ়া গীৰ্জা সমগ্ৰ ইউৰোপৰ ভিতৰতে বিৰল। এই গীৰ্জাটো চোৱাৰ সৌভাগ্য আমি পাইছিলো। গ্ৰীক ক্ৰচৰ আৰ্হিৰে প্ৰথমে এই গীৰ্জা সজা হৈছিল আৰু ৰঙীন মোজায়েকৰ লগে লগে সোণ খটোৱা হৈছে। সোণ আৰু এমৰল পাথৰ য'তে ত'তে লগোৱা হৈছে। এইবোৰ ক'ৰ পৰা কেনেকৈ জোগাৰ কৰিছিল, ভাবিলে আচৰিত লাগে। চেণ্ট মাৰ্কচ গীৰ্জাৰ প্ৰধান দুৱাৰৰ ওপৰত থকা চাৰিটা ঘোঁৰাৰ মূৰ্ত্তিটো গ্ৰীক সম্ৰাট নীৰোৰ আছিল বুলি শুনা যায়। সম্ভৱতঃ ভেনিছিয়ানসকলে এসময়ত ইয়াক লুট কৰি আনিছিল। নেপোলিয়নে এইবোৰ পেৰিছলৈ আনিছিল। পিচত ভেনিচিয়ানৰ হাতত পৰে। ১৯০২ চনত এদিন বিৰাট ধুমুহাত হঠাতে ইয়াৰ মুধতো খহি পৰিল হেনো। পিচত ১৯১০ চনত পুনৰ মেৰামতি কৰা হয়।

প্ৰথম মহাসমৰত ভেনিছৰ ওপৰত ছশৰো ওপৰ বোম ফুটিছিল। সেয়ে বহুতো ঠাই ধংস হৈছিল। কিন্তু দ্বিতীয় মহাসমৰত ইউৰোপৰ আন আন দেশৰ দৰে ভেনিছত তেনে কোনো গুৰুতৰ বস্তু ধংস নহ'ল। ভেনিছৰ প্ৰধান মাটি অংশত য'ত আমাৰ বাছখন ৰৈছিল তাৰ ওচৰতে চেনেলৰ পাৰত এটা ছমহলীয়া ঘৰ দেখিলো, তাত মাত্ৰ ভেনিছবাসী নাইবা ভেনিছলৈ অহা মানুহৰ গাড়ীবোৰ পাৰ্ক কৰি থবলৈহে সেই ঘৰটো তৈয়াৰ কৰিছে। তাত ঘৰৰ ভিতৰেৰে গাড়ীবোৰ চলাই একেবাৰে ওপৰত থৈ আহিব পাৰি, সেইদৰে প্ৰতিটো তলাতে অকল গাড়ী থোৱাৰহে ব্যৱস্থা আছে। সেই বিল্ডিঙটো নোহোৱা হলে



গাড়ী থবলৈকে বোধকৰো ৫।৬ বিঘা মান মুকলি ঠাই লাগিলেহেঁতেন।

ভেনিছ চহৰৰপৰা আমাৰ বাছত উঠি চুইজাৰলেণ্ডৰ জুৰিক মহানগৰী অভিমুখে পুৰা ৯ মান বজাত যাত্ৰা কৰিলোঁ। ভেনিছৰ হোটেলে দিয়া পেকেট লাঞ্চ আমি বাছতে খালো। তাত আছিল চিকেন ৰোষ্ট, লোফ ৪ ডোখৰ, মাখন, কণী এটা, আপেল এটা, আৰু পিয়েৰ এটা। জুৰিকলৈ যাম বুলি মনতে বৰ স্ফুৰ্ত্তি লাগিল, কিন্তু আমাৰ গাইড দিবাকৰ চৌধুৰীয়ে ভেনিছত বা ৰোমত আমাৰ জুৰি-কলৈ ভিচা কৰি নললে। তেওঁ হেনো পাহৰিলে— সেয়ে ট্ৰেভেল এজেণ্টবোৰে সদায় ভাল মানুহহে গাইড হিচাবে পঠিয়াব লাগে। উপাই নাপাই মিলানোৰ ওচৰতে এটা মোটেলত আমাৰ বাছ ৰখাই আমি মোটেলত থকাৰ বন্দবস্ত কৰি চৌধুৰী আৰু আমাৰ বাছৰ ড্ৰাইভাৰ জিনোৱে টেক্সীলৈ মিলানোলৈ গ'ল। পিচত সেইদিনা শনিবাৰ উইক এণ্ড কাৰণে একো কৰিব নোৱাৰি ওভতি আহিল। যি হওঁক মোটেলত থকাটো হ'ল, কিন্তু জুৰিক ছোৱা নহ'ল।

মোটেল হ'ল, নিজৰ গাড়ীখন নিজৰ কোঠাৰ কাষতে থৈ আৰামত থকা-খোৱা কৰিব পৰা ঠাই। মোটেলতো বেচ সুন্দৰ, চাফ-চিকুন, ধুনীয়া। একোটা ৰুমত দুখনকৈ বিচনা, এখন টেবুল, দুটা টেবুল লাইট, টেলিফোন, এটা বাথৰুম, এটা ৱাৰ্ডৰোব, শুদ্ধ বগা বিচনাৰ কাপোৰ, বাথৰুমত এটা কোমুদ, এটা বেচিন, এটা বাথতব, আয়না এখন, জোতা মছিবলৈ দীঘল কাগজ আৰু দাড়ি খুৰোৱা ব্লেড চাফ কৰিবৰ বাবে চাৰিকুণিয়া কোমল কাগজ ওলমাই থৈছে। কাষতে বাছকেট এটা। বাহিৰত সুন্দৰ চুইমিং পুল এটা, টেনিছ কোৰ্ট এখন, ফুলনী ইত্যাদি। আমি বহুতো সময় ঘূৰি-পকি চালোঁ। থিক সেই সময়তে এখন সাধাৰণ ফিয়েট ষ্টেচনৱেগন লৈ নীলা পোচাক পিন্ধি এজন মানুহ আহি মোটেলৰ আগতে ৰ'ল আৰু গাড়ীৰ পৰা ভেকুৱাম ক্লিনাৰ এটা লৈ ঘৰৰ বাহিৰৰ চোতালত পৰি থকা গছৰ পাত, দিয়াচলাই, চিগাৰেটৰ খালি পেকেট আদি ধূলি-বালিবোৰ

উঠোৰাত লাগিল। লগে লগে খালিহোৱা ৰুমবোৰৰ বিছনাৰ কাপোৰ আদি কেইজনীমান শকত তিৰোতাই সলালে, ভেকুৱাম ক্লিনাৰ আদি লৈ পৰিষ্কাৰ কৰিলে। এজনীয়ে আকৌ সৰু ভেকুৱাম ক্লিনাৰ এটা লৈ ৰুমৰ কাৰ্পেট আদি চাফ কৰাত লাগিল। চাই থাকিলে চাই থাকিবৰ মন যায়। সিহঁত কিমান পৰিশ্ৰমী আৰু কেনেকৈ বিজ্ঞানৰ কাৰিকৰী আহিলাৰ সম্পূৰ্ণ সুবিধাবোৰ গ্ৰহণ কৰিছে। কোনোৱে ফাকি দিয়া পালমৰা বিধৰ কাম কৰা নাই। সকলো কাম নিয়াৰিকৈ কৰি গৈছে। কাকো কোনোৱে একো কোৱা নাই বা উপদেশ দিয়া নাই। হাঁহিমুখে কামবোৰ শেষ কৰি আন ঠাইত কাম কৰিব গৈছে।

পিচত ওচৰতে থকা কবৰ এটা চালোঁ। আমি যোৱাৰ সময়ত বয়সীয়াল তিৰোতা এজনীয়ে চাইকেলৰ আগৰ বাস্কেটত কিছুমান ফুল আৰু মাজতে সৰু ল'ৰা এটা বহুৱাই কবৰ খানালৈ আহিছে। বোধকৰো তাইৰ স্বামী নতুবা ল'ৰাৰ কবৰৰ ওপৰত ফুল দিবলৈ। আমি সোমাই গৈ দেখিলো বহুতো কবৰ, প্ৰায়বোৰৰ ওপৰত একোখন ফটো সুন্দৰকৈ কবৰৰ ক্ৰছৰ লগতে লগাই থৈছে। কাষতে একোটা ইলেকট্ৰিক লাইট আৰু ফুল। প্ৰাৰ্থনা কৰিছে মনে মনে। বেচি ভাগেই যুদ্ধত নিহত সৈনিক। তাৰ পৰা আহি পিচফালে চাবলৈ গলো—বৰ দীঘল ৰাস্তা এটা, এফালে নতুন নতুন আমাৰ দৰে টিনৰ ঘৰ, সন্মুখত মুকলি খেতি পথাৰ। কাষতে দেখিলো প্ৰায় দহ-বাৰ বছৰীয়া ল'ৰা ছোৱালী কেইটামানে আমাৰ দেশত মাঘ বিহুৰ সময়ত ভেলাঘৰ বনোৱাৰ দৰে বনৰীয়া গছ-পাতেৰে এটা সৰু ঘৰ বনাব ধৰিছে। আমাক দেখি সিহঁত প্ৰথমে আচৰিত হৈছিল, পিছত আমি ওচৰলৈ গৈ সিহঁতৰ ঘৰ দেখি হঁহা কাৰণে হাঁহিব ধৰিলে। বৰ মৰম লগা সিহঁতৰ চেহেৰাবোৰ। নিশাৰ আহাৰ সেই মোটেলতে খাই নিশাটো তাতে কটালোঁ। পিচদিনা পুৱা ৮ বজাত ব্ৰেকফাষ্ট খাই চুইজাৰলেণ্ডৰ জেনেভা অভিমুখে ৰাওনা হলোঁ।



চুইজাৰলেণ্ডক পৃথিবীৰ ভিতৰতে প্ৰকৃতিৰ ৰাণী বুলি আখ্যা দিব পাৰি। প্ৰকৃতিৰ মনোৰম দৃশ্য দেখি তন্ময় হৈ গৈছিলো। ভগৱানৰ অপূৰ্ব্ব সৃষ্টিৰ কি সমাবেশ। পাহাৰ-পৰ্ব্বত, জুৰি, গছ-গছনি, ফুল পাতৰ কি বিৰাট মেলা। প্ৰত্যেকে যেন নিজৰ ৰূপ-লাৱণ্য ফুটাই তোলাৰ বাবে প্ৰতিযোগিতাহে কৰিছে, নকৰিব কিয়? যি দেশে শতিকাজুৰি কোনো দেশৰ বিৰুদ্ধে অস্ত্ৰ ধৰা নাই, বৰঞ্চ পৃথিবীৰ বিভিন্ন দেশৰ মাজত শান্তি স্থাপনৰ বাবে শান্তিৰ বিভিন্ন মঞ্চহে স্থাপন কৰিছে। য'ত শান্তিৰ বাবে আলেচনা হয়। যুদ্ধত আহত বা নিহত সৈন্যৰ বাবে, প্ৰাকৃতিক দুৰ্যোগত পৰা দেশক সহায় কৰিবলৈ ইণ্টাৰনেচনেল ৰেড্ ক্ৰচৰ প্ৰধান কাৰ্য্যালয় জেনেভাত স্থাপন কৰিছে ১৮৬৩ চনত। সেই ৰেডক্ৰছে যুদ্ধত বন্দী হোৱা বিভিন্ন দেশৰ সৈন্যসকলৰ হিচাব ৰাখে। ১৯১৭ আৰু ১৯৪৪ চনত ৰেডক্ৰছক নোবেল পুৰস্কাৰ প্ৰদান কৰা হৈছিল। অকল সেয়েই নহয় চুইজাৰলেণ্ডেই ইণ্টাৰনেচনেল পাৰমেনেণ্ট পিচ বুৰো(১৯১০),নানচেন ৰিফিউজি অফিছ (১৯৩৮), অফিছ অৱ দি হাইকমিচনাৰ ফৰ ৰিফিউজিছ (১৯৫৭) আদি নানা ধৰণৰ ইউ-এন-অ'ৰ নানা শাখা প্ৰশাখা প্ৰতিষ্ঠা কৰে জেনেভাত। ১৯৫৪ চনত ইউৰোপিয়ান অৰগেনাইজেচন ফৰ নিউক্লিয়াৰ ৰিচাৰ্চ প্ৰতিষ্ঠা কৰে। পৃথিবীৰ ভিতৰতে শক্তিশালী প্ৰটোন চিন্ চাট্ৰোন শক্তিৰে পৰিচালিত এই কেন্দ্ৰই ২৫,০০০,০০০,০০০ ভোল্ট বিজুলী শক্তি উৎপন্ন কৰে।

চুইজাৰলেণ্ড ইউ-এন-অ' নহয়। সেয়ে চুইজাৰলেণ্ডৰ মাটিত ইউ-এন-অ'ৰ চিকিউৰিতি কাউন্সিলৰ অফিছ পাতিব নিদিলে কাৰণ চুইচ দেশৰপৰা কোনো যুদ্ধৰত দেশৰ সমস্যা সমাধান কৰিব নোৱাৰি। মাত্ৰ শান্তিত থকা দেশৰ বেলিকাহে যি সমস্যা হয় তাৰ বাবে আলোচনা-

বিলোচনা আদি কৰি নানা উপাই উদ্ভাৱন কৰিবৰ কাৰণেহে চুইচ দেশ সদায় সাজু। চুইজাৰলেণ্ড আজি পূব পশ্চিমৰ একমাত্ৰ মুকলি বজাৰৰ দেশ। প্ৰত্যেক খন ৰাজ্য বা কেণ্টন সম্পূৰ্ণ স্বাধীন, প্ৰত্যেকে নিজা নিজাশ্ব নিয়মমতে চলিব পাৰে যদিও নেচনেল পাৰ্লামেণ্টলৈ নিজা নিজা প্ৰতিনিধি পঠিয়াব পাৰে। প্ৰত্যেক কেণ্টন বা ৰাজ্যৰ নিজা নিজা শাসন ব্যৱস্থা, নিজা আইন কানুন, নিজা পুলিচ ইত্যাদি। প্ৰত্যেক চুইচবাসীয়ে প্ৰথমে নিজৰ ওচৰ চুবুৰীয়াৰ কথাহে ভাবে। দুখীয়া বা অভাৱগ্ৰস্তজনক উপকাৰ কৰাতহে তেওঁলোকৰ সামাজিক কৰ্ত্তব্য। প্ৰত্যেক কেণ্টনৰ নিজা স্কুল, কলেজ, ইউনিভাৰচিটি আছে। শিক্ষাও বেলেগ বেলেগ। উনৈশ খন কেণ্টনবাসীয়ে জাৰ্মান ভাষা কয়। পাচখন দেশে ফ্ৰেন্স ভাষা কয়, এখনে ইটালীয়ান আৰু আন এখন দেশত জাৰ্মান, ইটালীয়ান আৰু ৰোমানীচ ভাষা চলে।

চুইজাৰলেণ্ডবাসীসকল অহাকালিতকৈ যোৱাকালিলৈহে ব্যস্ত। আচলতে কেইবাখনো সৰু সৰু ৰাজ্য বা কেণ্টনৰ সমষ্টিৰে চুইজাৰলেণ্ড গঠিত। চুইচবাসীসকলে নিজৰ ঘৰুৱা সমস্যাকহে আগত ঠাই দিয়ে, বিশ্বৰ সমস্যা পিছত। যদিও এখন গণতান্ত্ৰীক দেশ তথাপি এতিয়াও কিছুমান তিৰোতাই ভোটাধিকাৰ পোৱা নাই। তিনিটা প্ৰধান দল হ'ল চোছিয়েলিষ্ট, কেথলিক কনজাৰভেটিভ আৰু ৰেডিকেল। চুইচ্ বেঙ্কবোৰ পৃথিবীৰ আন আন দেশৰ তুলনাত বেচ্ ধনী। বেঙ্কবোৰত নিজৰ দেশতকৈও বিদেশী মানুহৰহে বেছি ধন আছে। কাৰণ চুইচ বেঙ্কে কোনো দেশৰ কোনো মানুহৰ নাম প্ৰকাশ নকৰে। একাউণ্ট-বোৰ একোটা নম্বৰতহে থাকে।

আল্পছ পৰ্ব্বতেই চুইজাৰলেণ্ডৰ প্ৰধান আকৰ্ষণ। এই পৰ্ব্বতমালাৰ এধলীয়া অংশত বৰফ পৰি স্কী খেলৰ বাবে এখন প্ৰাকৃতিক ক্ৰীড়াভূমি কৰি তুলিছে। সেয়ে বিশ্বৰ বিভিন্ন দেশৰ অসংখ্য স্কী খেলুৱৈ বছৰি স্কী খেলিব চুইজাৰলেণ্ডলৈ আহে আৰু প্ৰতি



বছৰে অসংখ্য বিদেশী মুদ্ৰা দি থৈ যায়। ইয়াৰ ওপৰিও এই অকমান ৰাজ্যখনত পৰ্ব্বত-পাহাৰ, সৰোবৰ, জান-জুৰি, গছ-লতা, ফুল-ফল আদিয়ে যি শোভা বঢ়াইছে তাক বিশ্বখনিকৰৰ অপূৰ্ব্ব সমাবেশ বুলি ক'ব পাৰি।



এৰোপ্লেনৰপৰা তোলা মেঘে ঢকা আল্পচ্ পৰ্ব্বতৰ সৈতে শৃঙ্গটোৰ ফটো। এইখন পৰ্ব্বতৰে কোনোবাখিনিত আমাৰ অসমৰ ৰমেশ বৰুৱা, ডাঃ ভাবা আদিক কঢ়িয়াই নিয়া এয়াৰ ইণ্ডিয়াৰ এৰোপ্লেনখন খুন্দা খাই ধ্বংশ হৈছিল—১৯৬৬ চনৰ ২৪ জানুৱাৰীত আৰু তাতেই দেশবাসীৰ বাবে অমূল্য জীৱনবোৰৰ সমাপ্তি ঘটিছিল।

চুইজাৰলেণ্ডৰ দক্ষিণে উচ্চ আল্পচ্ পৰ্ব্বতমালাই ফ্ৰান্স আৰু ইটালী সোমাইছেগৈ জেনেভা হ্ৰদৰপৰা কনষ্টেন্সলৈ। জেনেভা



হ্রদটো বহলে ৮ মাইল আৰু দীঘলে ৪৫ মাইল। সাগৰৰ পিঠিৰপৰা ইয়াৰ উচ্চতা হ'ল ১,২৩০ ফুট। এই হ্রদৰ পাৰতে মুকলিত থকা সুন্দৰ সুন্দৰ হোটেল, ৰেষ্টোৰাৰ সৌন্দৰ্য্যয়ো মনটো উন্মাদ কৰি তোলে। এই বিখ্যাত সুন্দৰ হ্রদৰপৰাই ৰোণ নৈ বৈ গৈছে। পুৰণি জেনেভা বোলা ঠাইখনত চৈধ্য শতিকাত চেন্ট পিটাৰ্চৰ প্ৰোটেষ্টান আৰু কেথলিক গীৰ্জা স্থাপিত হৈছিল। ১৫৫৯ চনত কেলভিনে একাডেমী অৱ জেনেভা প্ৰতিষ্ঠা কৰিছিল। চোলফিৰিনোৰ ভয়াবহ যুদ্ধৰ পিছত ইন্টাৰনেচনেল ৰেডক্রছ প্ৰতিষ্ঠা হয় জেনেভাত। জিন হেনৰী ডুনান্টে সেয়ে ৰেডক্রছৰ পতাকাৰ ৰঙটো সলাই সেই নমুনাৰে চুইজাৰলেণ্ডৰ পতাকাখন কৰিলে। এতিয়াৰ চুইচ পতাকাখন ৰঙা কাপোৰত বগা ক্রছ দেখা যায়। প্ৰথম মহাসমৰৰ পিছত জেনেভাক লীগ অৱ নেচনচৰ বাবে ঠাই বছা হয় আৰু পেলেছ দিচ্ নেচন নামৰ চাৰি মহলীয়া অট্টালিকা-বোৰতে সুন্দৰ মুকলি পথাৰ, ফুলৰ বাগিচাৰে তৈয়াৰ কৰি তুলিছিল লীগ অৱ নেচনচৰ অফিচ। ইয়াৰ পৰাই বিভিন্ন দেশৰ মাজত হোৱা যুদ্ধ



বন্ধ কৰি আলোচনাৰ দ্বাৰা সমস্যা সমাধানৰ চেষ্টা কৰিছিল, কিন্তু শেষত ২য় মহাযুদ্ধৰ কাৰণে (১৯৪৬ চনত) ইয়ো শেষ হৈ যায়। পিচত ইয়াৰ সম্পত্তি ইউনাইটেড নেচনলৈ সলনি হৈ যায় আৰু পেলেচ দিচ নেচন হৈ পৰে ইউ এন অ'ৰ ইউৰোপীয়ান অফিছ। ইন্টাৰনেচনেল লেবাৰ অৰগেনাইজেচনৰ অফিছো এই অট্টালিকাত বহে। ২য় মহাসমৰৰ পিচৰেপৰা জেনেভা হৈ পৰে বিশ্বৰ শীৰ্ষ ৰাজনৈতিক মেলৰ কেন্দ্ৰ। এইদৰেই চুইজাৰলেণ্ডে মহাসমৰবোৰৰ পৰা আঁতৰি বিশ্ব শান্তিৰ এক মহান কেন্দ্ৰৰূপে গঢ়ি উঠিছে।

উত্তৰত জুৰা পৰ্ব্বতমালাই দক্ষিণৰ প্ৰধান আলপচ্ পৰ্ব্বতৰ লগত লগ লাগিছে। এই দুই বিশাল পৰ্ব্বতৰ মাজতে দুটি প্ৰধান নৈৰ জন্ম হৈছে, তাৰে ৰোণনৈয়ে পশ্চিমলৈ গতি কৰিছে ফ্রান্সৰ সীমালৈ আৰু ৰাইন নৈয়ে গতি কৰিছে পূবলৈ।

চুইজাৰলেণ্ডবাসীৰ অতীতৰেপৰা থকা মহৎ গুণ এটা হ'ল পৃথিবীৰ বিভিন্ন দেশত নানা ধৰণৰ কাৰিকৰী বিদ্যা আহৰণ কৰি নিজৰ দেশলৈ উভতি আহি নিজৰ দেশবাসীক সেই বিদ্যাত পাৰ্গত কৰি তোলা আৰু এইদৰেই অতীতৰেপৰা নানা দিশত চুইজা লেণ্ড পৃথিবীৰ আন আন দেশৰ তুলনাত কাৰিকৰী বিদ্যাত আগবঢ়া। এই মহৎ গুণবোৰ অসমীয়াৰ কিয় ভাৰতবাসীৰ মাজতো নাই। আমাৰ বিশেষকৈ অৱস্থাপন্ন অসমীয়াসকলে বিদেশ ভ্ৰমণ কৰা মানে অযথা টকাৰ শ্ৰাদ্ধ কৰা বুলি কয়। বিদেশ ভ্ৰমণত যিখিনি কথা শিকা যায় তাক কিতাপ পঢ়িও আয়ত্ব কৰিব নোৱাৰি। নিজ চকুৰে দেখা, কাণেৰে শুনা আৰু জিভাৰে সোৱাদ লোৱাৰ কথা কিতাপত লিখি বৰ্ণনা দিব নোৱাৰি। সেয়ে মই বিশেষকৈ ভবিষ্যতৰ অসমৰ নাগৰিক আৰু যুৱক-যুৱতীসকলক পঢ়িবলৈ,উচ্চ শিক্ষা ল'বলৈ বা দেশ ভ্ৰমণ কৰি নানা জ্ঞান অৰ্জন কৰিবলৈ অনুৰোধ জনাই থলোঁ। মোৰ হাতৰ ৰেখাত বিদেশ ভ্ৰমণ নাই— সময় আহিব — সুবিধা মিলিব— বহুতো টকা-পইচা ঘটি লৈ ওলাম— সেইবোৰ মিছা।

এতিয়াৰ পৰাই বিদেশ ভ্ৰমণৰ পৰিকল্পনা এটা কৰি থ'ব লাগে আৰু সুবিধা পালেই ওলাব লাগে।

জেনেভা হ্ৰদৰ মাজত থকা রাটাৰ স্পটটো এটা বিস্ময়কৰ বস্তু। ইয়াক বছৰৰ এচাৰচন ডে, মানে যীশুখৃষ্টৰ স্বৰ্গাৰোহনৰ দিনা প্ৰতিবছৰে মুকলি কৰে। ইয়াৰ পাম্পটোৰ অশ্বশক্তি হ'ল ১,৩০০। ই ৪৫৫ ফুট ওপৰলৈ প্ৰতি চেকেণ্ডত ১৩০ গেলন পানী সজোৰে ওপৰলৈ পোনে পোনে মাৰি পঠিয়ায়। এই পানীৰ ওজন প্ৰায় ৭ টন আৰু চেপ্তেম্বৰ মাহৰ ১৫ তাৰিখ মানলৈ বন্ধ হয়। কিন্তু আমাৰ সৌভাগ্যৰ কাৰণে আমি গৈ পোৱা সময়তো ই প্ৰচণ্ড গতিত আকাশলৈ পানী মাৰি পঠিয়াই আছিল। যেতিয়া বতাহে এই পানীৰ স্তম্ভটো উত্তৰৰপৰা থেলি পঠিয়ায়, তেতিয়া জেনেভাবাসীয়ে বুজে আকাশ মুকলি হ'ল আৰু যেতিয়া পশ্চিমৰ পৰা থেলি পঠিয়ায় তেতিয়া বুজে ছাতি হাতত ল'বৰ হ'ল। অক্টোবৰৰ শেষৰ পিনৰে পৰা ইয়াৰ পানী গোট মাৰিব ধৰে। এই হ্ৰদৰ পাৰে পাৰে থকা সুন্দৰ ফুলনিত নানা ৰঙৰ ফুলে এনেকৈ শোভা বঢ়াইছে যেন চাইয়ে থাকিম।



ইয়াৰ দাঁতিত থকা লা পাৰ্ল দি লেক নামৰ উদ্যানখনৰ কাষেৰে



হ্ৰদৰ পাৰে পাৰে বহুদূৰ ফুৰিলোঁ। তাৰ পৰা আঁতৰি আহিবৰ মন নেযায়। হ্ৰদৰ পাৰে পাৰে আমি অৰ্থাৎ মই, প্ৰভা, ধীৰেণ, বীণা, মুনীন দত্তবৰুৱা, মনোৰমা দত্তবৰুৱা আৰু ইৰাণী হাজৰিকাৰ সৈতে ফুৰি ফুৰোতে প্ৰায় এক ফাৰ্লংমান দূৰৈত দুজন মানুহৰ মাজত কাজিয়া লগা দেখা পালোঁ, এজনে আনজনৰ থুতৰিত ধৰি বগৰাই দিছে, আনজনেও এখন ভৰিত ধৰি ইজনক বগৰাই দিছে। অলপ পিচতে আমি গৈ গৈ সিহঁতৰ ওচৰ পাওঁতে দুয়ো হাত দাঙি হা-হা কৈ খুব শব্দ কৰি হাঁহিছে। কিন্তু দুয়োকে বেছ ভাগৰি পৰা দেখা গ'ল। তাৰ পিছত আমি একেবাৰে ওচৰ পাওঁতে দুয়ো সাৱতা-সাৱতি কৰি বেঞ্চখনত বহি পৰিছে। তাৰে এজনী ছোৱালী আৰু আনটো ল'ৰা। দেখাত দুয়োৰো চেহেৰা, পোচাক পৰিচ্ছদ একে। নীলা জীনৰ পেণ্ট, বুটজোতা, হাতদীঘল ওখ ডিঙিৰ নেভি ব্লু ৰঙৰ চুৱেটাৰ। ল'ৰাটোৰ সামান্য দাড়ি-গোফৰ চিন ফুটি উঠিছে আৰু ছোৱালীজনী গাভৰু অৱস্থা পাইছে। কিয় সিহঁতে কাজিয়া কৰিলে? কিয় হাঁহিলে? কিয় সাৱতা-সাৱতি কৰি অৱশ হৈ বহি আছে? এই কথাবোৰৰ উত্তৰ এটাই, সি হৈছে আধুনিক পশ্চিমীয়া সভ্যতা। দুয়ো L.S D. জাতীয় ৰাগিয়াল ঔষদ খাই খন্তেকৰ কাৰণে হিংস্ৰ জন্তুৰ দৰে শক্তি পাই কাজিয়া কৰিলে, পিছ মুহূৰ্ত্ততে গাত এটা খন্তেকীয়া আমেজ, আনন্দ পাই হাঁহিলে, তাৰ পিছত ঔষদৰ শেষ স্তৰত দেহৰ শিৰা-উপশিৰাবোৰ দুৰ্বল হৈ পৰাত বহি থাকিল। সিহঁত সেইদৰে কিমান সময় থাকিল আমাৰ চাবৰ ধৈৰ্য্য নহ'ল। সেই বেয়া অভ্যাস-বোৰ, নিম্নস্তৰৰ বিদেশী চিনেমা আৰু পকেট বুকবোৰ আমি আমাৰ তথা কথিত হাইক্লাচ চোছাইটিৰ ডেকা-গাভৰুৰ মাজত বিয়পাই দি আমাৰ ভাৰতীয় সংস্কৃতিক মাধমাৰ মাৰ কেনেকৈ ধ্বংশ কৰিব ধৰিছে তাক চাবলৈ বৰ্ত্তমান চৰকাৰ, সমাজৰ বৰমুৰীয়া, ৰাজনৈতিক নেতাসকলৰ সময় নাই। দুখ লাগে ইমান সুন্দৰকৈ সজোৱা উদ্যান, হ্ৰদ, বিভিন্ন আকাৰৰ মটৰ বোট, শিলামূৰ্ত্তি আদিৰে আকৰ্ষনীয় কৰি

থোৰা শান্তিৰ পৰিবেশ এই উদন্দ ডেকা-গাভৰুহঁতে কেনেকৈ নষ্ট কৰি পেলাইছে।

আচলতে ক'বলৈ গলে, পশ্চিমীয়া দেশবোৰে জীয়াই থাকিবলৈ যিদৰে নতুন নতুন উপাই উদ্ভাৱন কৰি অৰ্থনৈতিক দিশ টনকীয়াল কৰিবলৈ উঠি-পৰি লাগিছে, সেইদৰে সমাজৰ আন কিছুমান দিশত নৈতিক অধঃপতন ঘটিছে। তীব্ৰ প্ৰতিযোগিতা, প্ৰগতিশীলতাৰ বাবে সেই দেশৰ মানুহ একপ্ৰকাৰ যন্ত্ৰত পৰিণত হৈছে। মানৱীয় অনুভূতি, মৰম, দয়া, ভগৱানৰ বিশ্বাস আদি ক্ৰমে লোপ পাই আহিছে। সকলোৱে মাত্ৰ ধন ধন কৈ পুৰাৱেপৰা ধন সংগ্ৰহতে পগলা হৈ দৌৰিছে। কিন্তু ক'লৈ দৌৰিছে ক'ব নোৱাৰে। পিছলৈ উভতি চাবৰ সময় নাই। মানুহৰ জীৱনৰ মূল্য নাইকীয়া হৈ পৰিছে। সমাজত বিভিন্ন অপৰাধ বাঢ়ি যাব ধৰিছে। সদাই আপুনি বাতৰি কাকত,ৰেডিঅ' আৰু টেলিভিচনত পাবই—ডকাইতি,হত্যাকাণ্ড,বেঙ্ক লুট, প্লেন হাইজেক, ধনীমানুহৰ ল'ৰা-ছোৱালী অপহৰণ ইত্যাদি।

আমি ভাৰতীয় জীৱন দৰ্শন আৰু সাংস্কৃতিৰ ভেটিত চাবলৈ গলে পশ্চিমীয়া সমাজৰ ভবিষ্যতৰ স্বৰূপ ভয়াবহ— তাৰ কোনো সন্দেহ নাই। পশ্চিমীয়া সমাজৰ গতিশীলতা আৰু বাহিৰা উজ্বল বং বিৰঙৰ মাজত এই এন্ধাৰৰ দিশটো সাধাৰণতে আমাৰ চকুত ধৰা নিদিয়ে। কিন্তু অলপ দকৈ ভাবি চালে নাইবা নিশাৰ নগৰীত ঘূৰিলে, তেওঁলোকৰ সমাজৰ মুখীয়াল মানুহৰ লগত কথা পতাৰ সুযোগ পালে এইবোৰ ধৰা পৰে। এটা কথাত কিন্তু তেওঁলোক থিক যে বেয়া দোষবোৰ আমাৰ দৰে নকৈ, নেদেখুৱাই লুকুৱাই নথয়।

সেয়ে পশ্চিমৰ দেশবোৰে আজি ভাৰতীয় দৰ্শণ, ভাৰতীয় সংস্কৃতি অধ্যয়নত মন দিছে। পৃথিবীত নানা মঠ-মন্দিৰ প্ৰতিষ্ঠা কৰিছে। বেদ, গীতা, মহাভাৰত, ৰামায়ন আদি তেওঁলোকে অনুবাদ কৰি ল'ব ধৰিছে। ই ভাৰতবাসীৰ বাবে গৌৰবৰ কথা যদিও আমি ভাৰতবাসীয়ে আজি আমাৰ নিজস্ব ত্যাগ কৰি পশ্চিমীয়া সভ্যতা



বিচাৰি হাবাথুৰি খাব ধৰিছোঁ— ই আমাৰ বাবে বৰ অমঙ্গলৰ কথা নলয় জানো।

তেওঁলোকে আমাৰ ভালটোহে ল'ব বিচাৰিছে। সেইদৰে আমিও পশ্চিমৰ দেশৰ সভ্যতাৰ ভাল গুণবোৰহে অনুকৰণ কৰা উচিত।



হ্ৰদত কেইবাখনো মহলীয়া বগা বঙৰ জাহাজ দেখিলোঁ। তাৰ ওপৰত যাত্ৰী উঠি হ্ৰদৰ মাজেৰে পাক এটা মাৰি আহিব পাৰি। সেই জাহাজবোৰত বিলাসীতাৰ শেষ নাই। নানা তৰহৰ বিভিন্ন ৰুচীৰ আহাৰ পানী, নাচ-গানৰ ব্যৱস্থা, আৰামায়ক চকী, চিগাৰেট, বিয়েৰ, নানা ধৰণৰ মদ, আইচক্ৰীম আদি আছে। তাত লাগে মাত্ৰ পইচা। স্ফূৰ্ত্তি-তামচাৰ শেষ নাই। জীৱনটো উপভোগৰ ইয়ো এক আহিলা আৰু এক বিৰাট ব্যৱসায়। এই ব্যৱসায় আমাৰ লুইতৰ বুকুতো কৰিবলৈ অসমীয়া ডেকা ওলাবনে?

তাৰ পিচত আমি বোটানিকেল গাৰ্ডেনৰ চাৰিও পিনে ঘূৰি চালোঁ। তাৰ কাষতে থকা ইণ্টাৰনেচনেল লেবাৰ অৰ্গেনাইজেচনৰ হেডকোৱাটাৰতো চালোঁ।



পিছত ৱাৰ্ল্ড হেলথ্ অৰ্গেনাইজেচনৰ বিৰাট বিল্ডিংতো চালোঁ। এই বিল্ডিঙৰ ডিজাইন কৰিছিল জিন টিচোমিয়ে. ই সম্পূৰ্ণ হৈ উঠে ১৯৬৫ চনত। ১৮৬৩ চনত জিন হেনৰি ডুনাণ্টে প্ৰতিষ্ঠা কৰা ইণ্টাৰনেচনেল ৰেডক্ৰচ কমিটিৰ বিল্ডিংটোও সঁচাকৈয়ে চাবলগীয়া। ইমান গহীন গহীন লগা এই বিল্ডিঙটো। তাৰ পাচত ইণ্টাৰনেচনেল টেলিকমিউনিকেচন আৰু পোষ্ট অফিছৰ কাষেৰে আহি দি ব্ৰুনচ্ উইক মনুমেণ্ট গীৰ্জাটোত সোমালোঁ। এই গীৰ্জাটোক ৰাচিয়ান অৰ্থডক্স চাৰ্চ নাম দিছে, তাত নটা সোণৰ তম্ব দেখিলোঁ। ৰাইন নদীৰ দলঙৰ পৰা মাউণ্ট ব্লেঙ্ক আৰু আলপচ্ পৰ্ব্বত মালা ভালদৰে দেখা পোৱা যায়। দি ৰিউছে মাউণ্ট ব্লেঙ্ক নামৰ ঠাইখন জেনেভাৰ ব্যৱসায়ৰ কেন্দ্ৰস্থল। ১৯৬৯ চনত চুইচ পোষ্টেল অথৰিটিয়ে এখন চুক্তিৰ জৰীয়তে ইউ এনৰ নামত নিজা ডাকটিকত ছপাই দিয়ে। সেই ডাকটিকত চুইচ মুদ্ৰাৰে ইউ এন বিল্ডিঙতহে কিনিব পোৱা যায়।

ডিউক অৱ বাৰ্নচউইক চাৰ্লচ ২য়ৰ অনুৰোধ ক্ৰমে এই হ্ৰদৰ কাষতে এটা স্মৃতি চিহ্ন তৈয়াৰ কৰিছিল। তাৰ বাবে তেওঁৰ



জীৱনৰ সকলো ধন এই জেনেভা চহৰৰ বাবে উইল কৰি দি গৈছে।



সেই স্মৃতি চিহ্নৰ বাহিৰৰ এচলীয়া ঠাই ডোখৰত ৰঙা, হালধীয়া আৰু সেউজীয়া ফুল, যাঁহেৰে এখন কাৰ্পেটৰ দৰে সজাই থৈছে। ই সকলো ভ্ৰমণকাৰীৰ বাবে চাবলগীয়া ঠাই। এইখিনি দেখি আমাৰ দীঘলী পুখুৰীৰ এচলীয়া ঠাইখিনিৰ কথা বৰকৈ মনত পৰিছিল। তিনিওপাৰে কি সুন্দৰ কাৰ্পেটৰ দৰে সজাব পাৰিলেহেঁতেন।

জেনেভা চহৰ চাবলৈ হেনো এটা ঘোঁৰাৰে চলোৱা টাংগা বৰ ভাল। পিছে আমাৰ সুবিধা নহ'ল। কাৰণ আমাৰ দলতো বৰ ডাঙৰ। হ্ৰদৰ পাৰত ডাঙৰ ডাঙৰ হোটেল, ৰেষ্টোৰা, ডাঙৰ ডাঙৰ এয়াৰ লাইনচৰ বুকিং অফিছ আদি আছে। আমাৰ এয়াৰ ইণ্ডিয়াৰ

ৰঙা নীয়ন লাইটেৰে লিখা চাইনবোর্ডখন দূৰৈৰে পৰা দেখি ভাল লাগি গ'ল। যিহওঁক সুন্দৰ ঠাইতে আছে। ম'ন্ট ব্লেঙ্ক নামৰ বিৰাট দলং খনে সোঁ-বাওঁ পাৰ দুটাৰ লগ লগাইছে। দলং খন বেচ ডাঙৰ। তাৰ ওপৰেৰে ছখন গাড়ী আৰু ইলেকট্ৰিক ট্ৰামবোৰ অহাযোৱা কৰে। এই দলঙত বিশ্বৰ নানা দেশৰ পতাকাই শোভা বঢ়ায়। দুয়োকাষে আকৌ খোজকাঢ়ি পাৰ হব পৰা ফুটপাথ আছে সেই দলঙেৰেও আমি ফুৰিছিলোঁ।



জেনেভাৰ ফ্লাৱাৰ ক্লক অৰ্থাৎ ফুলৰ ঘড়ীটোও এটা চাবলগীয়া বস্তু। ই প্ৰায় ৫০ ফুটৰ এটা গোলাকাৰ বৃত্ত আৰু ই যোৱা ২০ বছৰে জেনেভাত অতি প্ৰিয় ঘড়ী। ইয়াৰ ৮ ফুট দীঘল চেকেণ্ডৰ কটাডালে চেকেণ্ডৰ দূৰত্ব প্ৰায় একফুটকৈ গতি কৰে। এই ঘড়ীটো সজাবলৈ বিভিন্ন ৰঙৰ ছহেজাৰ ফুলৰ পুলি ব্যৱহাৰ কৰিছে। ফুলেৰেযে কি কৰিব নোৱাৰি এইবোৰ চালেহে অনুভৱ কৰিব পাৰি। জেনেভা হ্ৰদৰ পাৰত থকা দি লা ব্ৰিছ নামৰ নাৰী মূৰ্ত্তিটোৱে কুৰেই গেস্তোভা-এদোৰ নামৰ ঠাইখিনিৰ



সৌন্দৰ্য্য দুগুণে ফুটাই তুলিছে। এই নাৰীমূৰ্ত্তিটোৰ দেহৰপৰা কাপোৰ স্খলকি পৰিযোৱা অৱস্থাত হাতেৰে কাপোৰখন ধৰি আছে, শিল্পীজনে তাইৰ প্ৰতিটো অঙ্গৰে যি শোভা ফুটাই তুলিছে, তাৰ তুলনা নাই। সেয়েহে ড° ভূপেন হাজৰিকাই তেওঁৰ গানৰ কলিত গাইছে—

"কিযে তোমাৰ সঙ্গ প্ৰিয়া, কিযে তোমাৰ সঙ্গ"
"তোমাৰ অঙ্গ জলন্ত জুই— মইযে পতঙ্গ"

সচাঁকৈয়ে সেই নিখুট অঙ্গৰ মূৰ্ত্তিটো দেখিলে জলন্ত জুইত পৰি মৰিবলৈ আপোনাৰো মন যাব।



জেনেভা হ্ৰদৰ পাৰত নিশাৰ সৌন্দৰ্য্য আৰু বেলেগ। আমাৰ ইয়াৰ দৰে তাল গছৰ পাতৰ ডালটোৰ গাতে ইলেকট্ৰিক লাইট লগাই দিছে আৰু পাতৰ ভাজে ভাজে পোহৰ গৈ এটা বেলেগ সৌন্দৰ্য্য কৰি তুলিছে। হ্ৰদৰ পাৰে পাৰে কেইবাটাও পানীৰ ফোৰৰা দেখিলোঁ। তাকো নানা ধৰণৰ লাইটেৰে সজাই তুলিছে। এটা ফোৰাঁৰ ওচৰত থিয় হৈ ধীৰেণ বৰুৱাই অভিভূত হৈ ক'লে "এইবোৰ

দেশলৈ বিয়াৰ পিচতে হনিমুন কৰিবলৈ আহিব লাগে।” কথাতো একেবাৰে সঁচা নহয়জানো ?

কাষতে থকা ৰোজ গাৰ্ডেনখনো চালোঁ। প্ৰতি বছৰে অজস্ৰ গোলাপ বিধে বিধে তাত ৰোৱে। ৰঙা, বগা, হালধীয়া, গোলাপী, পাতল ৰঙা, লতা গোলাপ আদি নানা ধৰণৰ গোলাপ ফুলেৰে বাগিছাখন সজাই তুলিছে। অসমতো সেইদৰে গোলাপ ৰুব নোৱাৰিনে ?

অলপ কষ্ট কৰি আমিও গুৱাহাটীৰ বিভিন্ন পাৰ্কত, অসমৰ পৰ্ব্বতে-ভৈয়ামে থকা অৱকিদবোৰ লগাই আকৰ্ষনীয় কৰি তুলিব নোৱাৰোনে ?



এইয়া ইউনিভাৰচিটি প্ৰাঙ্গনতথকা বিখ্যাত মূৰ্ত্তি কেইটাৰ ওচৰত আমাৰ দলৰ কেইজনমান

তাৰ পিছত আমি ইউনিভাৰচিটিৰ বিশাল প্ৰাঙ্গনত সোমাই ইউনিভাৰচিটিৰ ফালে মুখ কৰি ৩০০ ফুট দীঘল পকা বেৰত থকা চুইজাৰলেণ্ড গঢ়োতা বিখ্যাত দেশনেতা সকলৰ মূৰ্তিবোৰ চালোঁ। থিক মাজত থকা চাৰিজন মহাপুৰুষৰ মূৰ্ত্তিবোৰ হ'ল বাওপিনৰ পৰা ফেৰেল, কেলভিন, বিজ আৰু নক্স। কাষতে ইউনিভাৰচিটিৰ বিল্ডিং আৰু লাইব্ৰেৰীৰ বিল্ডিংটো বাহিৰৰ পৰা চালোঁ।

পিছত আমি জেনেভাৰ বজাৰতো সোমালোঁ। নানা ধৰণৰ বস্তুৰে দোকানবোৰ বেছ আকৰ্ষনীয় কৰি থৈছে। এখন দোকানৰ-



পৰা প্ৰভাৰ কাৰণে ঘড়ী এটা বিছাৰিলোঁ। সেই সময়ত প্ৰভাহঁত আমাৰ লগত নাছিল। চেলচ্ গাৰ্ল জনীয়ে নিজে এটা ৰাখৰ খটোৱা ব্ৰেচলেটৰ ঘড়ী পচন্দ কৰি দিলে। ঘড়ীটো দেখি আমি আটায়ে পচন্দ কৰি কিনিলোঁ।

জেনেভাক যিদৰে সজাই-পৰাই ৰাখিছে সেইদৰে পৰিস্কাৰো কৰি ৰাখিছে। ক'তো অকনো ময়লা দেখা নাপালোঁ।



চুইজাৰলেণ্ডৰ হাইৱে বনাবলৈ এয়া বিদেশী শ্ৰমিক। এওঁলোকে অত্যাধুনিক যন্ত্ৰপাতিৰে সুন্দৰ মিহি বৃহৎ ৰাস্তা তৈয়াৰ কৰা দেখা গৈছে। এই শ্ৰমিক সকল হ'ল— আফ্ৰিকান, ইটালীয়ান আদি। এওঁলোকে আমি বান্ধনীঘৰত আজি-কালি ব্যৱহাৰ কৰা গেছ চিলিণ্ডাৰৰ সহায়ত আলকাতৰা গলাইছে এখন ষ্টিলৰ ট্ৰেৰ ওপৰত আৰু সৰু সৰু শিলগুটি মিহলাই মেচিনেৰে ৰাস্তাত ট্ৰেখনেৰে সমানে ঢালি দিয়ে আৰু পিচত শুকান শিলগুটি দি ৰোলাৰ ইঞ্জিনেৰে সুন্দৰ মিহি ৰাস্তা গঢ়ি তোলে।

আমি আমাৰ ভ্ৰমণত বহুতো কোম্পানীৰ টুৰিষ্ট বাছ বাটত, নগৰৰ মাজত লগ পাইছোঁ। একেখন বাছতে ৬০-৭০ বছৰীয়া বুঢ়া-বুঢ়ী আৰু ২৫-৩০ বছৰীয়া ডেকা-গাভৰুও আহিছে দেশ ভ্ৰমণত। এহাল এমেৰিকান বুঢ়া-বুঢ়ীক আমি পেৰিছৰ হোটেলত লগ পাওঁতে কৈছিল—"এয়া আমাৰ চতুৰ্থবাৰ ইউৰোপ ভ্ৰমণ। জীৱনত আৰ্জিত ধনৰ সাঁচতীয়া পইছাৰ বেঙ্কৰ সুদতে দুয়ো বুঢ়া-বুঢ়ী ওলাইছো চতুৰ্থ-বাৰৰ বাবে বিদেশ ভ্ৰমণত। ল'ৰা-ছোৱালীক খৰছ দিব নালাগে। সিহঁতেও আমাৰ খৰছ বহন কৰিব নালাগে। আমাৰ নিজৰ উপাৰ্জনেৰেহে ওলাইছো আৰু বোধকৰো এইবাৰেই আমাৰ শেষ ইউৰোপ ভ্ৰমণ।" এয়ে হ'ল এমেৰিকান বা ইউৰোপৰ বয়সস্থৰ মনৰ কথা। আমাৰ দেশত কিন্তু জীৱনৰ আৰ্জিত ধন ল'ৰা-ছোৱালীৰ কাৰণে থৈ যোৱাটোহে আদৰ্শ বুলি ভাবে। এইটো বৰ বেয়া কথা। নিজৰ উপাৰ্জিত ধন নিজৰ জীৱনতে ভোগ কৰিব লাগে। বিদেশ ভ্ৰমণ নতুবা স্বদেশতে বহুতো চাবলগীয়া শিকিবলগীয়া কথা আছে। সেইবোৰত খৰছ কৰিব লাগে। বিদেশী ভ্ৰমণকাৰীসকলে যদি আলপচ্ পৰ্ব্বত বগোৱা বা স্কী খেলিব খোজে, তেন্তে চুইচ আলপাইন ক্লাবে খেলৰ সকলো আহিলা আনকি বতাহ, বৰষুণ, ধুমুহাত পৰ্ব্বতৰ মাজত থকা সৰু সৰু আৰামদায়ক ঘৰতো থকা-মেলাৰ সুবিধা কৰি দিয়ে। যি সকলে আজৰি সময়ত পাহাৰৰ ওপৰলৈ গৈ তাৰপৰা স্কী খেলিব খোজে তেওঁলোকক ইলেকট্ৰিক ট্ৰেইনেৰে নতুবা ফানিকুলাৰ নামৰ তাৰত ওলমি যোৱা গাড়ীত ভৰাই সুউচ্চ পাহাৰলৈ লৈ যোৱা হয়।

এলপেইন নামৰ এবিধ পেপা আছে। ই দীঘলে তিনিৰ পৰা বাৰ ফুট দীঘল আৰু কাঠৰে তৈয়াৰী। অতীতত ইয়াৰ সহায়েৰে গৰু, ছাগলীবোৰক ঘৰলৈ উভতি যোৱাৰ সময়ৰ সঙ্কেত দিয়া হৈছিল। পিছত ইয়াক বিখ্যাত সঙ্গীতজ্ঞ বিথোফেনে পেষ্টোৰেল চিম্ফোনীত আৰু ৰোচিনীয়ে তেওঁৰ অপেৰা উইলিয়াম টেলত ব্যৱহাৰ কৰিছিল।



চাৰিশ বছৰৰ আগৰেপৰা চুইচবাসীয়ে ঘড়ী তৈয়াৰ কৰিছিল আৰু ই এতিয়াও চুইজাৰলেণ্ডৰ এটা বিখ্যাত ব্যৱসায়।

জাংফ্ৰেউ ৰেলৰে বেছিভাগেই শিলাময় পাহাৰৰ সুৰঙ্গ আৰু গুহাৰ মাজেৰে গতি কৰিছে। সেই সুৰঙ্গৰ ওপৰেদি আকৌ বৰফৰ নৈ ( গ্লেচিয়াৰ ) প্ৰবল সোঁতেৰে বৈ গৈছে। আমি ইটালীৰপৰা আহোঁতে বাটত বহুতো সুৰঙ্গ পাইছিলোঁ। আমি জেনেভালৈ আহোঁতে ফ্ৰাঞ্চৰ দাঁতিয়েদি পাৰ হৈ আহিব লগা হৈছিল। তেতিয়া ফ্ৰাঞ্চৰ সীমাত পুলিছে আমাৰ পাচপোৰ্ট আদি চাইছিল। তাকে দেখি দুখ লাগিছিল, সিহঁতৰ সীমান্তৰক্ষী বাহিনী কিমান সজাগ আৰু আমাৰ অসমৰ চাৰিওপিনে দিনে-নিশাই কিমান ভগনীয়া, দস্যু-ডকাইট আহি আমাৰ সোণৰ অসম ভৰি পৰিছে আৰু আমাৰ সীমান্তৰক্ষী কিমান অকৰ্মন্য। ফ্ৰাঞ্চ আৰু ইটালীৰ সীমাৰ কিছুদূৰত পাহাৰৰ বুকুভেদি তৈয়াৰ কৰা ১২ কিলোমিটাৰ দীঘল এটা সুৰঙ্গ দেখা পালো। কি বৃহৎ তাৰ কাৰুকাৰ্য্য। সমানে চাৰিখন বাছ অহা-যোৱা কৰিব পাৰে। গোটেই সুৰঙ্গটো আবেলিৰ সূৰ্য্যৰ পোহৰ পৰাৰ দৰে লাইটেৰে জক্‌মকাই আছে। ঠায়ে ঠায়ে আকৌ গাড়ী বেয়া হলে ৰাখিবলৈ পাৰ্কিঙৰ ঠাই আছে। বতাহো বেচ চলাচল কৰি আছে। তাৰ পৰা ওলাই বিখ্যাত মাউণ্ট ব্লেঙ্ক পাহাৰৰ দাঁতিয়েদি অহা সময়ত শৃঙ্গতো বাছৰ পৰাই আকৌ শেষবাৰৰ বাবে দেখা পাই মনটো ভাল লাগি গ'ল যদিও সেই সৌন্দৰ্য্যময় জেনেভা এৰি আহি দুখো লাগিছিল।

পিচদিনা অর্থাৎ ২২ তাৰিখে আমি পুৰা ৮ বজাত ব্ৰেকফাষ্টৰ পিচত মুঞ্চেন বা মিউনিক অভিমুখে বাছত উঠিলোঁ। জেনেভাত আৰু এদিন বা দুদিন থাকিবলৈ আমাৰ দুজনমানৰ বৰ ইচ্ছা হৈছিল— কিন্তু কনডাক্‌টেড টুৰত এইটোৱেই বৰ অসুবিধা, কাৰণ ইতিমধ্যে ইটালীৰ চি-আই-টি নামৰ কোম্পানীটোৱে আমি য'লৈকে যাম তালৈ খবৰ পঠিয়াইছে আমি কোনদিনা কোনঠাই পাম, কোন হোটেলত থাকিম ইত্যাদি। জেনেভাত আমাক পেকেট লাঞ্চ দিছিল। দুপৰীয়া ১ মান বজাত হঠাতে আমাৰ বাছখনৰ পিচৰ চকা এটা ফুটিল। আমাৰ বাছৰ ড্ৰাইভাৰ জিনোৱে পাহাৰৰ কাষত গাড়ীখন ৰখালে আৰু তেওঁৰ নীলা কোটটো খুলি মুগাৰঙৰ হাতদীঘল চুৱেটাৰ এটা পিন্ধি লৈ গাড়ীৰ তলত সোমাই জেক লগাই সোফালে থকা পিচৰ দুয়োটা চকা খুলি পেলালে, কাৰণ তাৰ ভিতৰ ফালে থকা টায়াৰ-টোহে ফুটিছে। পিচত গাড়ীৰ ইঞ্জিনৰ তলত থকা স্পেয়াৰ চকাটো নিজে উলিয়াই আনিলে, আমি সহায় কৰিব আহোতে নো-গুড্ নো-গুড বুলি আমাৰ কাকো চুব নিদিলে। সেই প্ৰকাণ্ড টায়াৰতো তেওঁ অকলে উলিয়াই আনিলে আৰু প্ৰথম টায়াৰতো লগাইলৈ পিচত বাহিৰ ফালে থকা টায়াৰতো বোল্টত লগাই তলৰ ফালটো হাতেৰে থেলি ওপৰৰ ফালটোত মুৰেৰে খুন্দা এটা মাৰি বোল্টৰ ফুটাত সুমুৱাই দিলে। পিচত ৰেঞ্চেৰে টাইত দি কাষতে থকা টুলবক্সৰ পৰা সৰু টিন এটা উলিয়াই তাৰ পৰা পেট্ৰোল লৈ হাত দুখন ধুই চুৱেটাৰতো খুলি পুনৰ নীলা কোটটো পিন্ধি তেওঁৰ নিজা প্ৰিয় কেছেটটো ৰেডিঅ'ৰ লগত থকা টেপৰেকৰ্ডাৰত লগাই দি পুনৰ যাবলৈ প্ৰস্তুত হ'ল। জিনোৰ কৰ্মকুশলতা দেখি আচৰিত হৈছিলোঁ। সেই সময়তে আমি আটায়ে পেকেট লাঞ্চ খাই ললোঁ। জিনোৱে



কিন্তু দুপৰীয়া বিশেষ একো নাখায়। মাজতে ধীৰেণ বৰুৱাই চকলেট যাচি আহিছিল। পোন্ধৰ মিনিট মানৰ ভিতৰতে আমি আকৌ যাত্ৰা আৰম্ভ কৰিলোঁ। বাটত আমি "ব্ৰেমগাৰটাৰ" "বৰচেখ" "পোৰাখ" "লেকলুগানে" আদি ঠাইবোৰ পাই গৈছিলোঁ। বাটত আমি হাইৱেৰ ওপৰত থকা ডেমাৰ বাৰ্জ নামৰ ৰেস্তোৰা দেখিবলৈ পালোঁ। শ শ মাইল যোৱা যাত্ৰীৰ বাবে এই ৰেস্তোৰাবোৰত নানাধৰণৰ খোৱাবস্তু আৰু জিৰণী ল'বলৈ ঠাই পায়। দেখাত হাইৱেৰ ওপৰত থকা দলং যেন লাগে কিন্তু ই এখন ৰেস্তোৰাহে।

কিছুদূৰ অহাৰ পিচত জিনোৱে বাট ভুল কৰিছে বুলি বুজিব পাৰিলে, ইতিমধ্যে আমি জুৰিক অভিমুখেহে আহি আছোঁ। পিচত মেপ চাই তাৰপৰা মিউনিক অভিমুখে যাত্ৰা কৰিলে আৰু অষ্ট্ৰিয়াৰ সীমাত সীমান্তৰক্ষী বাহিনীয়ে আমাৰ বাছখন ৰখালে আৰু পাচপোৰ্ট আদি বিচৰাত জিনোৱে ইটালীয়ান ভাষাত সিহঁতক বুজাই ক'লে যে ৰাস্তা ভুল হৈহে আমি তোমালোকৰ দেশ পালোঁ আৰু পাঁচ মাইল মান বাট তোমালোকৰ দেশৰ মাজেৰে আমাক যাব দিলে মিউনিকলৈ যোৱা ৰাস্তাটো সোণকালে পাম। সেইবুলি মেপখন উলিয়াই বুজাই দিলে। পিচত অষ্ট্ৰিয়াৰ পুলিচ দুজনে এখন সৰু গাড়ীত উঠি আমাৰ বাছৰ আগে আগে তেওঁলোকৰ দেশৰ মাজেৰে গৈ মিউনিকলৈ যোৱা জাৰ্ম্মান সীমান্তত হাতৰ বুঢ়া আঙুলী দেখুৱাই (অল-ওকে) বুলি বিদায় দিলে। অষ্ট্ৰিয়াৰ পুলিছৰ ব্যৱহাৰ সঁচাকৈয়ে শলাগীব-লগীয়া। সেইখিনি ৰাস্তাৰ কাষত আমি ধুনীয়া খেতি-পথাৰ আৰু আমাৰ অসমৰ গাওঁৰদৰে কিছুমান খেৰীঘৰ দেখা পালোঁ। তাৰ গাই-গৰু আৰু খেৰৰ মেজিবোৰ দেখি আমাৰ অসম যেন লাগি গ'ল। জাৰ্মানীৰ বেভেৰিয়া প্ৰদেশৰ ৰাজধানী মুঞ্চেন, ইংৰাজীত ইয়াক মিউনিক বোলে।

সেইনিশা চাৰে দহ বজাত আমি মিউনিকৰ প্ৰেচিডেণ্ট হোটেল পাওঁ। প্ৰেচিডেণ্ট হোটেলৰ কাৰুকাৰ্য্য আৰু একোপ চৰা। কি ইলাহী কাৰবাৰ আৰু কেইবাতলাও বিল্ডিং। ৰাতি বেচি হোৱা

কাৰণে হোটেলৰ খানা বন্ধ হৈ যোৱাত ওচৰৰে এটা ৰেষ্টোৰালৈ লৈ গ'ল।

ৰেষ্টোৰাখনো বিৰাট বিল্ডিং এটাৰ মাটীৰ তলত থকা মহলা এটাত। তাত মাটীৰ তললৈ সোমোৱা মাত্ৰকে হিটলাৰৰ গেছ চেম্বাৰত সোমোৱা যেন লাগিল। বিৰাট হলটো চিগাৰেটৰ ধোৱাঁৰে আৱৰি আছিল। টেবুলৰ ওপৰে ওপৰে থকা ৰঙা লাইটৰ তলে তলে অসংখ্য মতা-তিৰোতাই খোৱা-পিয়াত ব্যস্ত। আমাৰ টেবুলৰ কাষতে থকা ডাঙৰ টেবুল এখনত দেখিলোঁ, বেচ শকত মানুহ এজনে জাৰ্মান ভাষাত কিবা বসৰ কথা ডাঙৰ ডাঙৰকৈ ক'ব ধৰিছে আৰু তেওঁক আগুৰি ডেকা-গাভৰু প্ৰায় বাৰ-চৈধ্যজন মানে, চিঞৰ-বাখৰ কৰি প্ৰাণখুলি হাঁহিব ধৰিছে। সিহঁতৰ কথা বুজিব পাৰিলে চাগে আমিও হাঁহিব পাৰিলোহেঁতেন। সেই নিশা প্ৰায় বাৰ মান বজাত যেতিয়া ৰেষ্টোৰাৰপৰা ওচৰতে থকা হোটেললৈ আহোঁ তেতিয়া বহুতো শ্ৰমিকে ৰাস্তাত ফ্লাড লাইট লগাই লৈ নতুন ট্ৰামলাইন বহুৱাব ধৰা দেখিলো। ৰাস্তাৰ কাম বোধকৰো তেওঁলোকে ৰাতি কৰে— দিনত গাড়ী চলাচল কৰিব দিয়ে।

পিচদিনা পুৱা ব্ৰেকফাষ্টৰ পিচত মিচ ৰূপা নামৰ ইংৰাজী ক'ব পৰা গাইড জনী আহি আমাক চিনাকী দি বাছত উঠাই মিউনিক মহানগৰী দেখুৱাব লৈ গ'ল। তেওঁ বৰ্ণনা কৰা মতে দ্বিতীয় মহাসমৰত মিউনিকখন প্ৰায় সম্পূৰ্ণৰূপে ধ্বংস হৈ যায়। প্ৰায় ৮২ হেজাৰমান ঘৰ ধূলীসাৎ হৈ যায়। বাইশ হেজাৰ মানুহৰ মৃত্যু হয় আৰু দহ হেজাৰৰ কোনো সম্বেদ পোৱা ন'গল। মিউনিকত অলিম্পিক ভিলেজলৈকে যাওঁতে কাষতে এখন সৰু তকলা পাহাৰ দেখিলোঁ, গছ-গছনি বিশেষ নাই।

মিচ্ ৰূপাই ক'লে— এইখন পাহাৰ দেখিছে? আমি কলোঁ আমাৰ দেশৰ পাহাৰৰ তুলনাত তোমালোকৰ পাহাৰত একোৱেই নাই। আমাৰ দেশৰ পাহাৰত গছ-গছনী, জান-জুৰি, ফুল, চৰাই-চিৰিকতি, জন্তু-জানোৱাৰ আছে। তেতিয়া তেওঁ ক'লৈ আপোনালোকৰ





এইয়া মিউনিক বাসীয়ে তৈয়াৰ কৰি লোৱা সেই পাহাৰৰ ছবি। ৰাস্তা-বোৰ কিমান বহল অনুমান কৰকচোন।

দেশৰ সেইবোৰ নেচাৰেল পাহাৰ কিন্তু আমাৰ এইখন নেচাৰেল পাহাৰ নহয়। দ্বিতীয় মহাসমৰত মিউনিকৰ যিমানবোৰ ঘৰ-দুৱাৰ ধ্বংস হৈছিল এতিয়া সেইবোৰ ঘৰ এই পাহাৰৰ তলতে আছে। বুলদজাৰেৰে থেলি আনি ইয়াত থওঁতে থওঁতে পাহাৰত পৰিণত হৈছে। কিছু মাটীৰেও ইয়াক সম্পূৰ্ণ কৰা হৈছে। বৰ্ত্তমান ইয়াৰ মাজেৰে আৰু চাৰিওপিনে ৰাস্তা, পানী আৰু লাইটৰ ব্যৱস্থা, ফুটপাথ আদি কৰি দি পিকনিকৰ ঠাই কৰি লৈছে। পৰিশ্ৰমী, বুধিয়ক আৰু নিজৰ দেশক ভালপায় কাৰণে তেওঁলোকে নিজৰ দেশক সেইদৰে সজাই-পৰাই লৈছে।

ইমান ভয়াবহ যুদ্ধৰ বৰ্ণনা শুনিলে বৰ্ত্তমান জাৰ্মান ডেকা-গাভৰু অস্থিৰ হৈ পৰে আৰু দেশদ্ৰোহী বুলি হিটলাৰক গালি দিয়ে। সেই যুদ্ধত ইমান বেছি জাৰ্মান ডেকাৰ মৃত্যু হ'ল যে তাৰ তুলনাত তিৰোতাৰ সংখ্যা বেছি হৈ গ'ল। সেয়ে দোকান-পোহাৰ, ফেক্টৰী, টেক্সী ড্ৰাইভাৰ আদি সকলোতে তিৰোতাৰ সংখ্যা বেছি দেখিলোঁ।

মিউনিক বিশ্ববিদ্যালয় জাৰ্মেনীৰ ভিতৰতে এটা ডাঙৰ আৰু পুৰণি বিশ্ববিদ্যালয়। এতিয়া প্ৰায় ২৫ হেজাৰ ছাত্ৰ-ছাত্ৰীয়ে অধ্যয়ন কৰে। এই বিশ্ববিদ্যালয়ৰ লাইব্ৰেৰীটোৰ ৩০ লাখ কিতাপৰ প্ৰায়

৫ লাখ কিতাপ হেনো দ্বিতীয় মহাযুদ্ধত নষ্টহৈ যায়। ১৯২৩ চনত ইটালীয়ান শিল্পী হিলটনে সজা অডিয়ন স্কোৱেৰটো চালোঁ। তাৰ-পৰা আহি ৰয়েল বেচিদেঞ্চৰ ভিতৰত থকা বিখ্যাত কনৰ্চাট হলতো বাহিৰৰ পৰাই চালোঁ। গাইড গৰাকীয়ে ক'লে— মিউনিকত হেনো বছৰি প্ৰায় চাৰেতিনি মিলিয়ন গেলন মদ তৈয়াৰ হয়। ঠাণ্ডা ঠাই কাৰণে বিয়েৰ বা আন ধৰণৰ মদে তেওঁলোকৰ অন্যায় নকৰে। তদুপৰি আমাৰ ভাৰতীয় মানুহৰ দৰে পালে একেলগে দুইগেলন মদ মাৰি নিদিয়ে। তেওঁলোকৰ দেশ বিজ্ঞানত যিদৰে আগবঢ়া সেইদৰে বহুতো সমস্যাৰো সন্মুখীন হৈছে। নৈ-পুখুৰী, হ্ৰদ আদিৰপৰা পোনে পোনে আমাৰ দৰে পানী খাবৰ বাবে ব্যৱহাৰ কৰিব নোৱাৰা হৈ পৰিছে— কাৰণ ডাঙৰ ডাঙৰ কেমিকেল উদ্যোগৰ অলাগতীয়াল বস্তুবোৰ সোঁত থকা নৈত পেলাবলগীয়া হয়। সেয়েহে নৈৰ অশুদ্ধ পানী ব্যৱহাৰ কৰিব নোৱাৰে। সেই কাৰণে তেওঁলোকে বিয়েৰ বা মিনাৰেল ৱাটাৰ খাবলগীয়া হয়। আধুনিক মিউনিকত বহুতো সুন্দৰ সুন্দৰ পাৰ্কৰ ব্যৱস্থা কৰিছে। দ্বিপৰীয়াৰ আহাৰৰ পিচত এদিন এখন প্ৰকাণ্ড প্ৰকাণ্ড গছ-গছনীৰে ভৰা সুন্দৰকৈ ঘাঁহ-বন, ফুল লগোৱা উদ্যানলৈ লৈ গ'ল। সেইখন তেওঁ-লোকৰ গ্ৰীনপাৰ্ক— চাৰিওপিনে সেউজীয়া— কেৱল সেউজীয়া—। তালৈ মিউনিকৰ মানুহে আজৰি পৰত বিশ্ৰাম লবলৈ আহে। আমি যাওঁতে সেই উদ্যানৰ মাজে মাজে থকা পকা ৰাস্তাৰ কাষত ধুনীয়া ধুনীয়া সৰু সৰু ৰংবিৰঙৰ গাড়ীবোৰলৈ বহুতো পৰিয়ালে তাৰ সেউজীয়া ঘাঁহনীত পেটপেলাই কোনোৱে কিতাপ পঢ়িছে, কোনোৱে ল'ৰা-ছোৱালীৰ লগত খেলিছে, কোনোৱে চিটহৈ চকুত খবৰৰ কাগজেৰে ঢাকি শুই আছে, কোনোৱে সৰু তুকুৰীত লৈ যোৱা বস্তুৰে পিকনিক খোৱাৰ ব্যৱস্থা কৰিছে। তেওঁলোকে তৈয়াৰী বস্তু লৈ গৈহে পিকনিক পাতে সৰু সৰু পৰিয়ালৰ মাজত। আমাৰ দৰে বাছৰে এশমান মানুহ গৈ ছাগলী, মুৰগী কাটি বৃহৎ ভোজ খাই



ভোঁজখোৱা ঠাই ডোখৰ নষ্ট কৰি উভটি আহোতে মদ-ভাং খাই বাটত দুৰ্ঘটনাকৰি হস্পিটেলত নোসোমায়।

কিং মাৰ্কচ্ দি চেকেণ্ডৰ পুৰণি ৰাজ প্ৰাসাদটো এতিয়া এটা আৰ্ট মিউজিয়ামলৈ পৰিবৰ্ত্তন কৰি লৈছে। তাত মৰ্ডান আৰ্ট আৰু নন-ইউৰোপিয়ান কানট্ৰি আৰ্টৰ সংগ্ৰহবোৰ চালোঁ। চহৰৰ মাজে মাজে বহুতো পানীৰ ফোৰবাৰ দৰে সজাই থৈছে। এতিয়াৰ মিউ-নিকৰ ৰাস্তা-ঘাটবোৰ ডাঙৰ ডাঙৰকৈ সাজি লৈছে। প্ৰায় ৭০০ বছৰ মান আগতে সজা ৰাজপ্ৰাসাদ কিছুমান দেখুৱালে। এতিয়াও ৰাজপৰিয়ালৰ বংশধৰ সকলে বাস কৰি আছে। চুপাৰ মাৰ্কেট, লাইব্ৰেৰী, কনচাৰ্ট হল আদি বাহিৰৰ পৰাই চালোঁ। তাৰ পিচত আমি ১৯৭২ চনৰ আগষ্ট মাহত হ'ব লগীয়া অলিম্পিক গাওঁখন চাবলৈ গলোঁ। ইয়াক নামতহে গাওঁ বুলি কয়। আচলতে ই এক নতুন অত্যাধুনিক নগৰী। অলিম্পিকৰ ট্ৰেক আৰু হল আদিৰে অলিম্পিক গাওঁখন মুঠ ৫ বৰ্গকিলোমিটাৰ আৰু ৭৪,০০০ বৰ্গমিটাৰৰো বেচি। তীখা আৰু প্লেক্সি গ্লাছেৰে ঢকা চাল। ইয়াৰে ষ্টেডিয়ামৰ মুধখন ঢাক



প্লেক্সি গ্লাছেৰে সজা ষ্টেডিয়ামৰ কাষত আমাৰ দলটো।

খুৱাইছে। তাৰ তলত ব্যায়াম প্ৰতিযোগিতা, চুইমিং পুল আদি আছিল আৰু ইয়ে সকলো বতৰতে খেলত কোনো বাধা নপৰাকৈ ৰাখিছে।

এই অলিম্পিক গাওঁখন তৈয়াৰ কৰিবলৈ ১৩৫ জন আৰ্কিটেক্ট, ১০৮ জন ইঞ্জিনীয়াৰ আৰু প্ৰায় ৪০০০ জন নিপুণ ঘৰসজা মজদুৰ লাগিছিল। ১৯৬৬ চনৰে পৰা ইয়াৰ কাম আৰম্ভ কৰি ঠাইখন সকলো দিশতে নিখুট কৰি তুলিবলৈ চেষ্টা কৰিছিল। তিনিখন প্ৰধান ষ্টেডিয়াম সজা হৈছে। তাৰ বাহিৰেও ভলীবল, জিমনাচিয়াম, স্পোৰ্টচ, বাস্কেট বল, চুটিংৰেঞ্জ আদি বিভিন্ন দেশৰ প্ৰতিযোগীৰ বাবে থকা, খোৱা গাধোৱা ঘৰ ইত্যাদি পৃথিবীৰ নানাদেশৰ অজস্ৰ সাংবাদিক, কেমেৰামেন, ৰেডিঅ', টেলিভিচনৰ মানুহ থাকিবলৈ অত্যাধুনিক ব্যৱস্থাৰে ঘৰ সজা হৈছিল।

প্ৰধান ষ্টেডিয়ামৰ বাহিৰত প্ৰেছ চিটি, প্ৰেছ চেণ্টাৰ, ৰেডিঅ' টেলিফোন, টেলিগ্ৰাম, টেলেক্স. টেলিপ্ৰিণ্টাৰ, ৰেডিঅ' ফটো আদি নানা ধৰণৰ ব্যৱস্থা কৰি দিছিল বিদেশী সাংবাদিক সকলৰ বাবে। খেলুৱৈ-জিৰাবৰ বাবে ঠাই, লবী চেণ্টাৰ, চিনেমা, নাচঘৰ আদিৰো ব্যৱস্থা কৰিছিল। এই অলিম্পিকৰ দায়িত্বত আছিল ফেদাৰেল ৰিপাব্লিক অব জৰ্মানী, ষ্টেট অব বেভেৰিয়া, চিটি অব মিউনিক। মূল ষ্টেডিয়ামৰ প্ৰায় ৮০,০০০ মানুহে খেল চাবপৰা সামৰ্থ্য আছে। তাৰ ভিতৰত আকৌ ২৬৪ খন আসন বিশেষ আলহীৰ বাবে ১১১২ খন আসন, সাংবাদিকৰ বাবে ১৬৪ আসন বিভিন্ন দেশৰ ৰেডিঅ', টেলিভিচনৰ বাবে আৰু খেলত অংশ গ্ৰহণ কৰোতাৰ বাবে ১,২৪৬ খন। প্ৰেছ গেলাৰীত সাংবাদিক সকলৰ বাবে চকী, মেজ, টাইপৰাইটাৰ, টেলিফোন টেলিপ্ৰিণ্টাৰ, টেলেক্সৰ ব্যৱস্থা কৰিছিল। দৰ্শকৰ বাবেও টেলিফোন, বাথৰুম, স্নেক্স বাৰ, ৱাইন চপ, চিগাৰেট, ফাষ্ট এইদৰ ব্যৱস্থা কৰিছিল আৰু অলিম্পিক গ্ৰাউণ্ডৰ ওচৰতে অসংখ্য হোটেল, ৰেস্তোৰা, ড্ৰাইক্লিনিং, বিভিন্ন দোকানেৰে ভৰপুৰ হৈ আছিল। খেলুৱৈ সকলৰ বাবে পোচাক সলোৱা ঘৰ, মালিছ কৰা ৰুম, এক্সৰে ৰুম আদি, ইনডোৰ চাইক্লিং, ৰাইডিং, ভলীবল, ট্ৰেক আদি খেলৰ ষ্টেডিয়ামত চাৰ্কাচ নাচ্‌গান, থিয়েটাৰৰো ব্যৱস্থা কৰা হৈছিল। বক্সিং খেল



চাবৰ বাবে ১৪,০০০ আসনত ব্যৱস্থা, চুইমিঙৰ বাবে ৯০০০ দৰ্শকৰ বহিবৰ বাবে গেলাৰীৰ ব্যৱস্থা কৰিছিল।

এই অলিম্পিকৰ বাবে দিনে ১১,০০,০০০ টা কণী, ১৪৭ টন ওজনৰ মাংস আৰু বিভিন্ন খাদ্যৰ যোগান ধৰিছিল। খোৱা হলত একেলগে ১২,০০০ মানুহে খাব পাৰিব। কোনোবাখনত মেজ খালি হলেই ইলেকট্ৰিক বোৰ্ডত তাৰ লাইট জলি উঠিব আৰু গ্ৰাহকক টেবুলৰ নম্বৰ জনাই দিব।

বিভিন্ন খেলৰ বাবে পৃথিবীৰ নানা দেশৰ পৰা ১২০০ জন বিচাৰক, আম্পায়াৰ, ৰেফাৰী আদিৰ নিমন্ত্ৰন জনাইছিল। তাৰোপৰি ২৫৬ জনৰ সভ্যৰে এটা জুৰিও আছিল। সাঁতোৰ প্ৰতিযোগীতাৰ বাবে ২০৫ জন বিচাৰক আছিল। ১৮,০০০ মানুহে বহি চাব পৰাকৈ হকীৰ খেলপথাৰখনো সুন্দৰ কৰি তুলিছিল। তাৰোপৰি চাইকেল ৰেছৰ ট্ৰেক, আইছ স্কি, ৰাইফল চুটিং আদিৰ বাবে অসংখ্য ঠাই উলিয়াইছে।

সেই অলিম্পিক খেলৰ বাবে বহুদিন আগৰেপৰা টিকট বিক্ৰীৰ ব্যৱস্থা কৰিছিল, নানাধৰণৰ সৰু সৰু বস্তু, যেন অলিম্পিক টাৱাৰ, অলিম্পিকৰ প্ৰতীকেৰে নানা ধৰণৰ চাবিৰ ৰিং, মহিলাৰ বাবে লকেট, বটলৰ সাফৰ খোলা কৰ্ক, বিভিন্ন আকৃতিৰ কৃত্ৰিম সোণ-ৰূপৰ বাছন, কাপোৰ, টি চাৰ্ট, মহিলাৰ স্বাৰ্ফ, ৰুমাল আদি। কিতাপ, স্লাইড, ফটো, মিউনিক তথা জামাৰ্নীৰ ডিউকাৰ্ড আদি সামগ্ৰীৰে মিউনিকৰ বজাৰ ওপচাই পেলাইছে। অকল জাৰ্মানীয়ে নহয় ইউৰোপৰ আন আন দেশেও আৰু পুবৰ দেশ জাপানেও এই বজাৰত নানা বস্তু উলিয়াই প্ৰচুৰ ধন অৰ্জন কৰে। জাপানে সৰু সৰু ৰেডিঅ', হাততলৈ ফুৰিবপৰা আঠ ইঞ্চিমান ডাঙৰ ৰঙীন টেলিভিচন চেট, কেলকুলেটৰ আদি বিক্ৰী কৰিছে—ভাৰতীয় ব্যৱসায়ী সকলে কি কৰিলে একো গম নাপালোঁ। কিবা উলিয়াইছিল যদিও আমি যোৱা সময়ত কতো একো চকুত নপৰিল।



অলিম্পিক ভিলেজতে এটা প্ৰকাণ্ড গাৱে প্ৰায় ৯০০ ফুটমান ওখ টাৱাৰ বনাইছে। এই টাৱাৰৰ ভিতৰেদি লিভট্ যোগে ওপৰলৈ যাব পাৰি। তাৰ ওপৰত আছে লাহ লাহে ঘূৰি থকা ৰেষ্টোৰেণ্ট ৰেডিঅ',টেলিভিচনত ব্ৰডকাষ্টিঙৰ ব্যৱস্থা। আমি দুজনমানে এই টাৱাৰৰ সৰু মডেল স্মৃতিচিন হিচাবে আনিছোঁ। গোটেই অলিম্পিক ভিলেজখন নানা ধৰণৰ অত্যাধুনিক ইলেকট্ৰনিক আহি-লাৰে চিগনেল লাইট আদিৰে পৰিচালনাৰ ব্যৱস্থা কৰিছিল। আমি যোৱা সময়ত বহুতো ভ্ৰমণ-কাৰীক লগ পাইছিলোঁ। তেতি-য়াৰেপৰা টিকত বিক্ৰী কৰি থকা দেখা গৈছিল। মিউনিকত অক্টোবৰ ফেষ্টিভেল বুলি এখনডাঙৰ মেলা হয়। তাৰ বাবে কৰা কাৰুকাৰ্য্য আমি দূৰৈৰপৰাই চালোঁ। সেই ফেষ্টিভেল বা অলিম্পিক চাবপৰা সৌভাগ্য আমাৰ নহ'ল।

সেইদিনা ডেৰমান বজাত আমি ফ্ৰেঙ্কফ্ৰুট অভিমুখে ৰাওনা হলোঁ। মিউনিকৰপৰা আমাক পেকেট লাঞ্চত দিছিল চিজ চেন্দুইচ, দুটা কণী, এটা কল আৰু আঙুৰ। বাটত আমি নানাবিধ শস্যৰ খেতিপথাৰ বোৰ দেখি আহিছোঁ। হাইৱেৰ দুয়োকাষে কবি, বিট, মাকৈ, আলু মিঠাআলু, গাজৰ আদিৰ খেতিপথাৰ দেখিলো। কিন্তু কতো বেৰ দিয়া বা ৰখীয়া থকা দেখা নাপালোঁ। তাৰ মানে কোনোৱে কাৰো



খেতিপথাৰৰপৰা একো বস্তু চোৰ নকৰে নাইবা গৰু-ছাগলী আদি এৰি দি আনৰ পথাৰৰ শস্য অনিষ্ট হ'বলৈ নিদিয়ে। কিন্তু এইবোৰ কথাত আমাৰ দেশ সম্পুৰ্ণ ওলোতা। আমি বাৰু এই গুণবোৰৰ অধিকাৰী কেতিয়াকৈ হ'ম? হোৱাৰ আশা আছেনে? নে আমি আৰু তললৈহে নামি যাব ধৰিছোঁ? আমি তেওঁলোকৰ ভাল গুণবোৰ বাদ দি বেয়া দোষবোৰহে অনুকৰণ কৰাত ব্যস্ত নহয় জানো?



এইয়া অলিম্পিক টাৱাৰৰ ওচৰত থকা সেউজীয়া ৰঙৰ চাতিৰ তলৰ মুকলী ৰেস্তোৰাৰপৰা ওলাই অহাত মুনীন দত্তবৰুৱা, মনোৰমা দত্তবৰুৱা, ইৰাণী হাজৰিকা আৰু প্ৰভা তালুকদাৰক দেখা গৈছে। কাষতে থকা টাৱাৰৰ কিছু অংশহে এই ছবিত দেখা গৈছে!

নিশা ১০ মান বজাত আমি আহি ফ্রেঙ্কফ্রুট পাওঁ। ফ্রেঙ্কফ্রুটৰ হোটেল হফ্‌হেওত আমাক ৰাখিলে। আটাইবোৰকে একেখন হোটেলত ঠাই দিব নোৱাৰি আমাক মানে মই-প্ৰভা, ধীৰেণ-বীণা আৰু বোধকৰো মুনীন দত্তবৰুৱা আৰু মনোৰমা দত্তবৰুৱাক ওচৰতে এখন হোটেলত ৰাখিলে। আমি হোটেলখন পাওঁতে ভীষণ শব্দ কৰি বেগুৱা লগে লগে প্ৰায় ৫০/৬০ জন মান ডেকা-গাভৰুৰ দল এটাই ৰঙা-নীলা লাইটৰ তলত নাচি থকা দেখা পালোঁ। মনতো বেছ ভাল লাগি গ'ল। হোটেলৰ বয় এজনে আমাক নিজৰ নিজৰ কোঠা দেখুৱাই চাবি দিলে আৰু অলপ পিচতে ওচৰতে থকা ৰেস্তোৰা এখনত ডিনাৰলৈ কৈ থৈ গ'ল। আমাৰ দুয়োৰে বাবে দিয়া কোঠাটো বোধকৰো ১২′×১২′ মান আকাৰৰ হব। আমি গৈয়েই গৰম-ঠাণ্ডা পানী মিহলাই গাধুই ললোঁ। তাৰ পিচত ডিনাৰ খাবলৈ গলো। সেই নিশা বেছ টোপনি হৈছিল। পুৱা ৬ মান বজাত হঠাতে সাৰপাই গলোঁ। আমাৰ হোটেলতো দেখো দুলিব ধৰিছে। খিড়ীকিৰ ডাঠ পৰ্দা আঁতৰাই আইনাৰে বাহিৰলৈ চালো, আমি গোটেই নিশা এখন জাহাজৰ ওপৰতহে আছোঁ। কাষেৰে ইচো কোম্পানীৰ তেল কঢ়িওৱা জাহাজ এখন যোৱা কাৰণে পানীৰ ঢৌত আমাৰ জাহাজখন দুলিছে আৰু সেই জাহাজৰ তলত ডেকত ডেকা-গাভৰুহঁতে নিশা নাচিছিল।

আচলতে সেইখন এখন পুৰণি জাহাজ আগতে ডাঙৰ নৈত চলিছিল যদিও আজিকালি অচল হোৱাত নৈৰ পাৰতে থৈ তাতেই এই আটকধুনীয়া হোটেলখন চলাইছে। পুৱা উঠি আহি জাহাজৰ ষ্টিয়াৰিং হুইলটোৰ কাষতে ঘুৰনীয়া চকি-মেজত আমাক পুৱাৰ ব্ৰেকফাষ্ট দিলে। কিযে আৰাম লাগিছিল সিহঁতৰ কাৰবাৰ বোৰ দেখি। সেই মুহূৰ্ত্তৰ আৰামখিনি লিখি বুজাব নোৱাৰি।



অথচ আমাৰ গুৱাহাটীৰ পাৰত থকা বৃটিছৰ দিনৰ পুৰণি জাহাজ-বোৰ বেছিলে, কিনোতাই খুলি খুলি প্ৰতিটো অংশ বেছি চহকী হ'ল। তাতোকৈ যদি অসমীয়া ডেকা এজনে হোটেল এখনকে খুলিলেহেঁতেন।

ফ্রেঙ্কফ্রুট নগৰখন জাৰ্মেনীৰ ভিতৰতে এখন প্ৰধান নগৰ। ইয়াৰ এয়াৰপোৰ্টটো ইমান ডাঙৰ যে, ই বোধকৰোঁ ইউৰোপৰ ভিতৰতে ডাঙৰ আৰু মোৰ অনুমান এই এয়াৰপোৰ্টৰপৰাই সমগ্ৰ ইউৰোপ আৰু ৰাছিয়াক হিটলাৰে দমন কৰি ৰাখিবলৈ ২য় মহাসমৰৰ আগতে তৈয়াৰ কৰি লৈছিল। বৰ্ত্তমান ফ্রেঙ্কফ্রুট এয়াৰপোৰ্টটো এটা অতি



আধুনিক আৰু ব্যস্ত এয়াৰপোৰ্ট। সেই কাৰণে যাত্ৰী সকল প্লেনৰ-পৰা উঠা-নমা কৰাৰ কাৰণে বহুযুগ ধৰি চলি থকা এচকেলেটৰ বোলা চলন্ত চিৰিবোৰ আজি পুৰণি হৈ গ'ল। যিবোৰ আজিও আমাৰ দেশত ভালদৰে প্ৰচলন হোৱাই নাই। এতিয়া তাৰ ঠাইত যাত্ৰী সকলে প্লেনত উঠা-নমা কৰোতে বাছত উঠি প্লেনৰ ওচৰলৈ যোৱা নাইবা খোজকাঢ়ি ৰ'দ, বতাহ, বৰষুণ আৰু বৰফপৰাৰ মাজেৰে গৈ প্লেনত উঠা-নমা কৰিব নালাগে। এতিয়াৰ যাত্ৰী

সকলে এয়াৰ টাৰ্মিনেল বিল্ডিঙৰপৰা পোনে পোনে কনভেয়ৰ বেল্টৰ ওপৰত ঠিয় দিলেই নিজৰ প্লেনৰ ভিতৰত সোমাব পাৰিব। তাৰ নমুনা এটা তলতে দিলোঁ। সেই এয়াৰ টাৰ্মিনাচ বিল্ডিঙৰপৰাই এটা ডাঙৰ কৰিদৰৰ দৰে ঘৰৰ মাজেৰে যাত্ৰীসকল



যাব পাৰে। এয়াৰ টাৰ্মিনাচতে আপোনাৰ বোৰ্ডিং কাৰ্ডখন আৰু গেট নম্বৰ চাই লাইনত থিয় হওঁক, তাত থিয় হ'লেই কনভেয়ৰ বেল্টৰ ওপৰত আপোনাৰ হাতত নিয়া বেগটোও নিজৰ কাষতে থৈ দিয়ক, সিওঁ আপোনাৰ লগে লগে গৈ প্লেনৰ দৰজাৰে সোমাই পৰিব। বাহিৰত হোৱা বতাহ-ধুমুহা, বৰষুণ, আন প্লেন যোৱা সময়ত বতাহৰ কোব, শব্দ আদি একোৱে আপোনাক স্পৰ্শ কৰিব নোৱাৰে আৰু



নিজৰ প্লেনৰ বাহিৰে আন প্লেনতো উঠিব নোৱাৰে। বিজ্ঞানৰ বিভিন্ন কৌশলবোৰ দেখিলে আচৰিত হব লাগে।

ফ্ৰেঙ্কফ্ৰুট এয়াৰপোৰ্টতো ইউৰোপৰ ভিতৰতে এটা অতি ব্যস্ত এয়াৰপোৰ্ট। প্ৰায় ৭০ খন বিভিন্ন দেশৰ, ৪৮০০ ফ্লাইট প্ৰতি সপ্তাহতে চলে পৃথিবীৰ ১৯০ খন নগৰীলৈ। তাৰোপৰি বিভিন্ন এয়াৰ লাইনছ কোম্পানীৰ ২০০ চাৰ্টাৰ ফ্লাইটো চলে। গৰমৰ দিনত প্ৰতিদিনে প্ৰায় ৫৫,০০০ যাত্ৰীয়ে ফ্ৰেঙ্কফ্ৰুট এয়াৰপোৰ্টৰ যোগেদি অহা-যোৱা কৰে। এমেৰিকাৰ বাহিৰত ফ্ৰেঙ্কফ্ৰুটেই পৃথিবীৰ ভিতৰত একমাত্ৰ ব্যস্ত এয়াৰপোৰ্ট। সেয়ে এই এয়াৰপোৰ্টটোক জাম্বু ষ্টেচন বুলিও কয়। একে সময়তে ৩০ খন জেট প্লেনকে ধৰি ৩৬ খন প্লেন উঠোৱা-নমোৱা কৰাব পাৰে ইয়াৰ কণ্ট্ৰোল টাৱাৰে।

এশতকৈও অধিক ডিউটি ফ্ৰী আধুনিক দোকান, বিভিন্ন খাদ্যৰ কেইবা ডজনো ৰেস্তোৰা, তিনিটা চিনেমাঘৰ আৰু দাঁতৰ চিকিৎসকৰে সৈতে এয়াৰপোৰ্টটোক প্ৰায় এখন আধুনিক নগৰ বুলি ক'ব পাৰি।

ফ্ৰেঙ্কফ্ৰুট এয়াৰপোৰ্টতেই মাত্ৰ ৪৫ মিনিট সময়ৰ ভিতৰতে ফ্লাইট সলনি কৰিব পাৰি। ইও সম্ভৱ হৈছে কম্পিউতাৰৰ সহায়ত। মাল-বস্তু আৰু চুটকেছবোৰ বিশেষ ভাবে প্লাষ্টিকৰ মোনাত ভৰাই প্লেনত তোলা হয় আৰু মাটিৰ তলেৰে মালবস্তুবোৰ পঠিওৱা হয়— সেই সুৰঙ্গৰ মুঠ দৈৰ্ঘ্য হ'ল ৪০,০০০ মিটাৰ। যাত্ৰী সকলে কম সময়তে অহা-যোৱা কৰিবলৈ ১৭০০ মিটাৰ চলন্ত বেল্ট আৰু ৭৭ খন এচকেলেটৰ বা চলন্ত চিৰিৰ ব্যৱস্থা আছে।

তাৰোপৰি ফ্ৰেঙ্কফ্ৰুটৰ পৰা ৰেল যোগে আন ঠাইলৈ যাবলৈ ৰেলষ্টেচনটো আকৌ এয়াৰপোৰ্ট বিল্ডিঙৰ তলতে আছে। সেই ষ্টেচনৰ পৰা ৰেলেৰে ১২ মিনিটতে ফ্ৰেঙ্কফ্ৰুট মহানগৰী পাব পাৰি। দূৰ ঠাইলৈকে যাব পৰা ৰেলগাড়ীও এয়াৰপোৰ্টৰ তলতে ৰয়। তদুপৰি "এয়াৰপোৰ্ট এক্সপ্ৰেছ" নামৰ বিশেষ ৰেলগাড়ীখনে পোনে পোনে জাৰ্মানীৰ বিভিন্ন বিখ্যাত ব্যৱসায়ীক নগৰবোৰলৈ গতি কৰে।



কুৰিশতিকাৰ আধুনিক বিল্ডিংবোৰৰ মাজত মেইন নৈৰ পাৰত এইয়া মধ্যযুগতে সজা "ৰোমৰ" নামৰ বিল্ডিঙ কেইটাই আজিও পৃথিবীৰ নানাদেশৰ ভ্ৰমণকাৰীক আকৃষ্ট কৰি আছে। ইয়াৰ সন্মুখভাগ আমাৰ মহাপুৰুষীয়া ধৰ্মৰ ভগবানৰ থাপনাৰ আৰ্হিৰে তৈয়াৰী।

আমি উভটি অহাৰ সময়ত ফ্ৰেঙ্কফ্ৰুট এয়াৰপোৰ্টত বহু সময় কটাবলগীয়া হৈছিল। কাৰণ নিউয়ৰ্কৰপৰা অহা এয়াৰ ইণ্ডিয়াৰ জাম্বু প্লেনখনে বতৰ বেয়া কাৰণে লণ্ডনৰ হেইথ্ৰো এয়াৰপোৰ্টত নামিব নোৱাৰি ওচৰৰ আন এটা এয়াৰপোৰ্টত নমা কাৰণে পলম হ'ল। সেই প্লেনখনে আমাক ফ্ৰেঙ্কফ্ৰুটৰপৰা পোনে পোনে বোম্বেলৈ অনাৰ কথা আছিল। ফ্ৰেঙ্কফ্ৰুট এয়াৰপোৰ্টত থকা ইলেকট্ৰনিক চাইনবোৰ্ডবোৰৰ কাৰুকাৰ্য্যবোৰ



দেখি আচৰিত লাগিছিল। তদুপৰি বহুতো এন্‌কোৱাৰি কাউণ্টাৰ দেখিছিলোঁ। সেইবোৰত প্ৰায়ে ছোৱালী একোজনীয়ে, কম্পিউতাৰ, টেলিভিচন আৰু টেলিফোন লৈ বহি আছে। পৃথিবীৰ নানা দেশৰ ভাষা কিছু কিছু শিকি বিভিন্ন দেশৰ যাত্ৰীক হাঁহি হাঁহি সকলো ধৰণৰ বতৰা দি সহায় কৰি আছে। লগে লগে লাউডস্পীকাৰত নানা ভাষাত এৰাইভেল-ডিপাৰচাৰৰ বতৰা দি আছে। আমি এয়াৰপোৰ্টৰ কেইবামহলা বিৰাট লাউঞ্জত বহি থাকোতে লক্ষ্য কৰিলোঁ, বাহিৰৰপৰা মানুহ লাউঞ্জলৈ সোমাই আহোঁতে বিৰাট বিৰাট আইনাৰ দৰজাবোৰ মানুহজন ওচৰ পোৱাৰ আগতে আপোনা-আপুনি মেলখাই গৈছে আৰু সোমাই অহাত বা ওলাই যোৱাৰ পিচত আপোনা-আপুনি বন্ধ হৈ গৈছে। আমাৰ লগৰ যাত্ৰী সকলে ক'লে, দুৱাৰমুখত স্প্ৰীং আছে, ভৰি দিলেই মেলখাই যায়। আচলতে সেইটো নহয়, দুৱাৰমুখত সোমাবলৈ গেটৰ ওচৰত দুডাল লোহাৰ বাৰ আছে। তাৰ মূৰত দুয়োফালে দুটা মুখামুখীকৈ একেবাৰে সৰু "ইলেকট্ৰনিক আই" ফটো ইলেকট্ৰনিক চেল লগাই থোৱা আছে। মানুহজন সোমোৱাৰ লগে লগে মানুহজনৰ গাত লাইট পৰি লাইট দুটাৰ মাজত পোহৰৰ সংযোগ বন্ধহৈ যায় কাৰণে আনটো চাৰ্কিটত সংযোগ স্থাপনহৈ মটৰতো চলিব ধৰে আৰু দৰজাখন মেলখাই যায় আৰু ইতিমধ্যে মানুহজন পাৰহৈ যোৱাত পুনৰ পোহৰৰ সংযোগ স্থাপন হোৱা বাবে দৰজাখন আকৌ বন্ধহৈ যায়।

ইৰাণী বাইদেৱে ক'লে— তালুকদাৰ, ইহঁতৰ ইয়াত পেচাব কৰিলেও পইচা দিব লাগে। কথাতো শুনি আচৰিত হলোঁ আৰু কথাটোনো কি জানিবলৈ মোৰ বৰ মন গ'ল। ইৰাণী বাইদেৱে কোৱামতে ওপৰত থকা বাথৰুমলৈ গলোঁ। তাত দেখিলো বহুতো যাত্ৰীৰ বাবে পেচাব কৰা, পাইখানা কৰা, গা-ধোৱা, মুখ-হাত ধোৱা, মূৰ ফনীওৱা আদি সকলো ব্যৱস্থা আছে। মুখ-হাত ধোৱা বেচিন বোৰৰ লাইনৰ মূৰত এজনী তিৰোতা থিয়হৈ

আছে আৰু যিজন যাত্ৰীয়ে মুখ-হাত ধুই টাৱেলখন ব্যৱহাৰ কৰে তেওঁৰ পবাহে পইচা আদায় কৰে। আচলতে শৌচ-পেচাব কৰিলে একো দিব নালাগে। মাত্ৰ টাৱেলখন ধুৱলৈহে ধোৱা খৰছ হিচাবে সামান্য নাম মাত্ৰ মুদ্ৰা লয়। সেইবোৰ দেশৰ কাববাৰবোৰ দেখি আমি বিজ্ঞান আৰু কাৰিকৰী দিশত ক'ত পৰি আছোঁ, ভাবিলে দুখ লাগি যায়। আমি ভাৰতীয় সকলে স্বাধীনতাৰ পিচত জানিলোঁ মাত্ৰ গাৱেঁ-ভূয়ে শিপাই যোৱা বিষাক্ত ৰাজনীতি, নিৰ্ব্বাচন, বক্তৃতাৰ ফুলজাৰি, ধৰ্মঘট, ভেজাল, চোৰাংকাৰবাৰ, দুৰ্নীতি ইত্যাদি নহয়জানো ?

ফ্ৰেঙ্কফ্ৰুটত আমাৰ ভ্ৰমণসুচী নথকাত আমি নিজে নিজে কিছু ফুৰিলোঁ। বিখ্যাত ব্যৱসায়ৰ প্ৰধান ঠাইবোৰৰ মাজেৰে ঘুৰি চালোঁ। জাৰ্মেনীৰ নিজা বস্তুৰ লগে লগে জাপানৰ ইলেক্‌ট্ৰনিক বস্তু যেনে, ৰেডিঅ', ৰঙীন টেলিভিচন, কেমেৰা, টেপৰেকৰ্ডাৰ, কম্পিউটাৰ আদিৰে ফ্ৰেঙ্কফ্ৰুটৰ বজাৰ ঠাহখাই আছে। আমি এয়াৰপোৰ্টৰ লাউঞ্জত ৰহোতে দুজন জাপানী ডেকাই এয়াৰপোৰ্টৰ ডিউটি ফ্ৰী দোকানবোৰ চাইফুৰা দেখিলোঁ। মই মোৰ ছোৱালীজনীৰ বাবে দুটামান পুতলা কিনা সময়ত সিহঁতে এটা গেছ লাইটাৰ কিনিছে। প্ৰায় আমাৰ দিয়া-চলায়টোৰ সমান। মই মনতে ভাবিলোঁ, আজি জাপানীয়ে তোমালোকৰ গেচ লাইটাৰ লৈছে হয়, কিন্তু দুদিনমান পিচত তাৰো আধা চাইজৰ জাপানী গেচ লাইটাৰেৰে নিশ্চয় জাৰ্মেনী ভৰি পৰিবহি।

ফ্ৰেঙ্কফ্ৰুটৰ বেঙ্কত মই কিছু ডলাৰৰ নোট সলনি কৰি লৈছিলোঁ। বেঙ্কৰ কাউণ্টাৰত এজনী ছোৱালী। হাত সোমোৱা ফুটাতো বন্ধ হৈ আছে আৰু তাৰ ঠাইত ঘুৰণীয়া ওখ বেৰৰ থাল এখনৰ আধা আমাৰ পিনে আৰু আধা ছোৱালীজনীৰ পিনে আছে। মই নোট-কেইখনৰ ভঙনীয়া লাগে বুলি কৈ থালখনত নোটকেইখন থৈ দিওঁতে তাই চুইচ এটা টিপি দিলে আৰু থালখন তৎক্ষণাত ঘুৰি নোটকেইখন তাইৰ পিনে গ'ল, তাই নোটকেইখন ভালদৰে চাই সৰু কমপিউটাৰ মেছিন এটাত ডলাৰৰ নোটৰ পৰিবৰ্ত্তে কিমান ডাটচ মাৰ্ক



হ'ব হিচাব কৰিলে আৰু মেচিনটোৰ ওপৰেৰে সৰু কাগজ এখনত হিচাবতো টাইপ হৈ গ'ল। সেই হিচাবেৰে সৰু সৰু নোট আৰু কিছুমান মুদ্ৰা থালখনত থৈ পুনৰ চুইচ টিপি দিয়াত তৎক্ষণাত থালখন ঘুৰি মোৰপিনে ৰ'ল। মই মিলাই লৈ আহিলোঁ। মোৰ পিছতে আমাৰ ড্ৰাইভাৰ জিনোৱে ট্ৰেভেলাৰ্চ চেক এখন ভঙাই ল'লে।



পৰুৱাৰ দৰে লানি নিছিগা সোঁতত "অটোভেন" বা হাইৱে-বোৰেৰে হেজাৰ হেজাৰ গাড়ী ঘণ্টাত প্ৰায় আশী বা এশ মাইল বেগত গতি কৰিছে কিন্তু কতো কোনোৱে গাড়ীৰ হৰ্ন বজোৱা নাই। তাৰ "অটোভেন" বা গাড়ী চলা বিশাল ৰাস্তাবোৰ ইমান সুন্দৰ আৰু মিহিকৈ বনাইছে যে প্ৰতি ৰাস্তাৰে নিজৰ নিজৰ স্পীডত

গাড়ীবোৰ গৈ আছে। মাত্র কেতিয়াবা হঠাতে ৰাস্তাত দুৰ্ঘটনা হলে পুলিচৰ গাড়ী আৰু এম্বুলেঞ্চৰ গাড়ীয়ে চাইৰেণ বজাই ওপৰত চিগনেল লাইট আৰু রাকীটকী নামৰ ৰেডিঅ' টেলিফোনৰ সহায়ত দুৰ্ঘটনাৰ ঠাইলৈ যায়। কেতিয়াবা ভিৰৰ মাজত দুৰ্ঘটনাৰ ঠাই বিচাৰি উলিয়াব নোৱাৰিলে হেলিকোপ্তাৰ বাহিনীক ৰেডিঅ' টেলিফোনেৰে জনালে পুলিচৰ হেলিকোপ্তাৰে ওপৰৰ পৰা চাই দুৰ্ঘটনাৰ ঠাই নিৰ্ণয় কৰি ৰেডিঅ' টেলিফোনেৰে জনায়। আৱশ্যক হলে ওচৰতে হেলিকোপ্তাৰ খন নামেগৈ। আমাৰ দেশৰ দৰে বাকী গাড়ী, ৰাস্তাৰ মানুহে এই দুৰ্ঘটনাৰ বাবে ৰোৱা বা ছোৱাৰ কোনো আৱশ্যক বোধ নকৰে। কাৰণ সেইবোৰ ছোৱা মানে অযথা সময়ৰ অপব্যৱহাৰ। সময়ৰ মূল্য তেওঁলোকে ভালদৰে বুজে।

সেইবোৰ দেশৰ ৰাস্তাত যদি কোনোৱে আনকি চিগাৰেটৰ খালি পেকেটো দলিয়াই তেন্তে তাক ধৰি শাস্তি বিহাৰ ব্যৱস্থাও আছে হেনো। সেয়ে সেইবোৰ দেশ ইমান পৰিস্কাৰ। তাৰ মানুহবোৰ ইমান পৰিপাটি যে তেওঁলোকে সেইবোৰ বৰ অন্যায়ৰ কাম বুলি ভাবে। ৰেলগাড়ী বাছবোৰ থিক সময়ত চলে আমাৰ দৰে বাৰ ঘণ্টা লেট বোলা কথাষাৰ নাই। আনকি মাটিৰ তলেৰে যোৱা টিউব ৰেলত যাত্ৰীসকলে নিজে নিজৰ টিকটতো পাঞ্চিং মেচিনত সুমুৱাই ফুটা কৰি লৈ ৰেলত উঠে। কোনো টিকট চেকাৰ বা গেটত মানুহ নাই। আচৰিত নালাগেনে এইবোৰ কথাত?

এটা শুনা কথা কওঁ, এজন ডাঙৰ ভাৰতীয় ব্যৱসায়ীৰ ফ্রেঙ্কফ্রুট অফিচত এজনী জাৰ্মান গাভৰুক চেক্রেটাৰী হিচাবে ৰাখিছিল। তেওঁ হেনো আধাঘণ্টা সময় কাম নোহোৱাকৈ বহি থাকিবলগীয়া হোৱা কাৰণে আপত্তি কৰিছিল—"মোক কামত ব্যস্ত হৈ থাকিব দিয়ক, এনেয়ে বহি থাকিব নোৱাৰোঁ।" এয়ে হ'ল বিদেশী চেক্রেটাৰী বা কেৰাণীৰ, আমাৰ দেশৰ চেক্রেটাৰী বা কেৰাণীৰ লগত পাৰ্থক্য।

পিচদিনা দিনৰ ১১-৩০ বজাত পেৰিচলৈ যাবলৈ সাজু হলোঁ। ফ্রেঙ্কফ্রুটত আমাক পেকেট লাঞ্চ দিছিল।





প্ৰায় ১২ ঘণ্টা মানৰ মূৰত নিশা ১১ বজাত আমি পেৰিচ পালোহি। কিন্তু ঘড়ীতো নাচালে সন্ধিয়া ৭ মান বজাত আহি পেৰিচ পোৱাযেনহে লাগে। আচলতে ডেকা-গাভৰু আৰু বিদেশী ভ্ৰমণকাৰীৰ বাবে পেৰিচত দিন আৰম্ভ হৈছেহে মাত্র। নানা ৰঙৰ জকমকীয়া বিজুলীৰ পোহৰত পেৰিচৰ সৌন্দৰ্য্য দুগুণে চৰি উঠিছে। নিশাৰ পেৰিচৰ আমেজেই বেলেগ।

পেৰিচ ফ্রান্সৰ ৰাজধানী। আমাক হোটেল 'লেইজ ষ্টেচবাৰ্গ'ত ৰাখিলে। আমাৰ প্ৰত্যেককে ৰুমবোৰ ভগাই দিয়াৰ থিক পিচতে এমেৰিকান এক্সপ্ৰেছ বাছ দুখনো আহি আমাৰ হোটেলৰ সন্মুখত ৰ'ল আৰু প্ৰায় ১২০ জন মান এমেৰিকান ডেকা-গাভৰু, বুঢ়া-বুঢ়ীও আমি থকা হোটেলত উঠিলহি।

সেই নিশা ওচৰৰে "কুইনচকেন" নামৰ ৰেস্তোৰা এখনত আমাৰ নিশাৰ আহাৰ দিলে। তাত এটা কাণ্ড ঘটিল, আমাৰ খোৱা-বোৱাৰ পিচত ৰেস্তোৰাৰ বয় এটাই আমাৰ ওচৰলৈ আহি বিড়ী খুজিলে, আমাৰ শ্ৰীঅনিল চৌধুৰীয়ে ক'লে, আমি বিড়ী নেখাওঁ, ল এইয়া চিগাৰেট বুলি চিগাৰেট এটা যাচিলে। সি আমাক একো বুজাব নোৱাৰি মাত্ৰ বিড়ী বিড়ী বুলি হাত পাতিলে। তাৰ মানে কি জানে? সি আগতে নিশ্চয় কোনো ভাৰতীয়ৰ পৰা ভাং নাইবা আন কিবা ৰাগিয়াল বস্তুৰে বিড়ীৰ সোৱাদ পাইছে। সেয়ে তাক বিড়ীহে লাগে। আচলতে ভাল বিড়ী বা চিগাৰেট আদি বিচৰা নাই। বিচাৰিছে ভাং বা হাচিছ জাতীয় ৰাগীয়াল বস্তুৰে বনোৱা বিড়ীহে।

ফ্ৰাঞ্চক সাধাৰণতে কোৱাহয় পৃথিৱীৰ ভিতৰতে এখন সভ্য দেশ। ১৪ শ লুইচৰ দিনৰে পৰা ফ্ৰাঞ্চে সমগ্ৰ পশ্চিম ইউৰোপৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত পথ প্ৰদৰ্শক আছিল। বৰ্ত্তমান ফ্ৰাঞ্চৰ প্ৰেচিডেণ্ট চাৰ্লচ ডি গলে জাৰ্মান নাজীৰ বিশাল শক্তিৰ বিৰুদ্ধে ১৯৪৪ চনৰ পৰা ১৯৪৬ চনলৈ যুঁজি দেশখন স্বাধীন কৰি ৰাখিলে। ২য় মহাসমৰৰ সময়ত দেশখনৰ সকলো দিশতে যথেষ্ট ক্ষতি হয়, তত্বুপৰি ১৯৫৮ চনত আলজেৰিয়াত সৈন্যবাহিনীয়ে বিদ্ৰোহ কৰাত আৰু কেইবাজনো প্ৰধান মন্ত্ৰী ভঙা-পতাৰ পিচত চাৰ্লচ-ডি-গলে এটা সুস্থিৰ চৰকাৰ গঠন কৰে। এইদৰেই ডি-গলে ফ্ৰাঞ্চক পৃথিৱীৰ ভিতৰতে এটা শক্তিশালী জাতিৰূপে গঢ়ি তোলাৰ চেষ্টা কৰে যদিও ২য় মহাসমৰৰ পিচত ফ্ৰাঞ্চ এমেৰিকা বা ৰাছিয়াৰ দৰে শক্তিশালী হব নোৱাৰিলে। তথাপিও গ্ৰেট্‌ বৃটেইনৰ লগত সমানে আসন ললে আৰু "নাটো"ৰ সভ্য হৈ পৰিল। তত্বুপৰি ১৯৬০ চনত চাহাৰা মৰুভুমিত এটোম বোম ফুটাই নিজৰ শক্তিৰ পৰিচয় দিলে। কয়লা উৎপন্নতো ইউৰোপৰ ভিতৰতে প্ৰথম। আল্পচ্‌ পৰ্ব্বতৰ নামনিত চেৰিপনকন নামৰ ডামটো ১৯৬০ চনত সাজি উলিয়াই আৰু ইয়ে ৭০০,০০০,০০০ কিলোৱাট বিজুলী শক্তি বছৰে যোগান ধৰে।



লগে লগে তীখা, কেমিকেল, গাড়ী নিৰ্মান, এৰোপ্লেন নিৰ্মান, আইনা, ইলেক্‌ট্ৰনিক কাৰখানা আদি আধুনিকীকৰণ কৰা হ'ল।

পেৰিচক ফ্ৰাঞ্চৰ মুকুটৰ মাজৰ মুকুতা বুলি কয়। ফ্ৰাঞ্চৰ মানুহে নিজৰ দেশখনত নানা শুৱলা নাম দি মাতি ভাল পাই যেনে চুইট ফ্ৰাঞ্চ, বিউটিফুল ফ্ৰাঞ্চ ইত্যাদি। এইদৰে নাম নিদিব কিয়, যি সুন্দৰ দেশ, নৈ-জান, জুৰি, পৰ্ব্বত-পাহাৰ, ধুনীয়া সমতল ভুমিৰ খেতি পথাৰ। উত্তৰে ইংলিচ চেনেল, দক্ষিণে ভূমধ্য সাগৰ আৰু পশ্চিমে বে অব বিচকে।

পেৰিচৰ চাৰিওপিনে অটব্য হাবি, তালৈ আগতে ইউৰোপৰ বিভিন্ন দেশৰ ৰজা-মহাৰজা চিকাৰ কৰিবলৈ আহিছিল। সেই হাবি, জান-জুৰি, পথাৰ আদিৰ ছবিবোৰ ফ্ৰাঞ্চৰ শিল্পী সকলে আঁকে, সেয়ে শিল্পকলাত ফ্ৰাঞ্চ আন বহুতো ইউৰোপীয়ান দেশতকৈ আগবঢ়া।

ভাৰচেলিচৰ বিশাল ৰাজপ্ৰাসাদ আৰু পেৰিচ পৃথিৱীত অন্যতম স্থাপত্য শিল্পৰ কেন্দ্ৰস্থলী হিচাবে বিখ্যাত।

১৭৯২ চনত ৰজা ১৬ লুইচক শাসনৰ পৰা ওফৰাই পেলাবলৈ সৈন্যবাহিনীয়ে মাৰ্চ কৰি যোৱা সময়ত গোৱা গানটোৱেই ফ্ৰাঞ্চৰ জাতীয় সঙ্গীত। এই গানটোৰ দৰে দেশ প্ৰেমৰ জাতীয় সঙ্গীত হেনো পৃথিৱীৰ কোনো দেশৰে নাই। সেই গানটোৰ নাম হ'ল— "The Marseillase"। এই গানটো, যেতিয়া পেৰিচ চল্লিচ হেজাৰ জাৰ্মান সৈন্যৰ দখলত আছিল—যেতিয়া হিটলাৰে অনবৰত জাৰ্মান সৈন্যক টেলিফোনেৰে ব্যতিব্যস্ত কৰি শুধি আছিল— "পেৰিচ জ্বলিব ধৰিছেনে?" "পেৰিচ ধ্বংশ হলনে?" তেতিয়া পেৰিচৰ পৰা মাত্ৰ বত্ৰিছ মাইল দুৰৈত ডি-গলৰ সৈন্য বাহিনীয়ে পেৰিচ উদ্ধাৰ কৰিব অহা খবৰটো যেতিয়া পেৰিচবাসীয়ে পালে, তেতিয়া সমগ্ৰ পেৰিচ বাসীয়ে এই জাতীয় সঙ্গীতটো সমস্বৰে গাব ধৰিলে। এই গানটো জাৰ্মান সৈন্যই শুনি পগলাৰ দৰে যেনি-তেনি গুলীয়াব ধৰিলে, এয়ে সেই জাতীয় সঙ্গীত, যিয়ে প্ৰতিজন দেশবাসীক আহ্বান কৰে,

যি আহ্বানত সকৰবৰ নাই— যি আহ্বানত মৃত্যুৰ ভয় নাই।

আমাৰ জাতীয় সঙ্গীত জন-গন-মন গীতটো হেনো কিছুমান বয়সস্ত অসমীয়া আৰু বঙালী মানুহৰ মতে ১৯১১ চনত দিল্লীৰ দৰবাৰলৈ ইংলণ্ডৰ ৰজা পঞ্চম জৰ্জ আহোতে ৰবীন্দ্ৰ নাথ ঠাকুৰে পঞ্চম জৰ্জক উদ্দেশ্য কৰি লিখা গীত। কিছু বছৰ আগতে অৰ্থাৎ স্বাধীনতাৰ থিক পিচতে কলিকতাৰ বঙালী কাকতত এই বিষয়ে লিখা-লিখি হৈছিল। পিছত কিয় তল পৰি গ'ল ক'ব পৰা নগ'ল। এই কথাটোৰ সত্যা-সত্য বিচাৰ কৰি বৰ্ত্তমানৰ নাগৰিকক জানিব দিব লাগিছিল।

ফ্ৰাঞ্চৰ আকাৰ যদিও ৰাচিয়াৰ লেখীয়া নহয়, তথাপি তাৰে আধা অংশ সমতল আৰু বাকী আধা পাহাৰ-পৰ্ব্বতৰে ভৰা। সেইদৰে খেতিপথাৰ আৰু নানাধৰণৰ কাৰখানাও প্ৰায় সমান।

জুলিয়াচ চীজাৰৰ দিনত ফ্ৰাঞ্চক গোউল (GAUL) বুলিছিল। চীজাৰে কৈ যোৱা মতে গোউল সকল ৰোমান সকলৰ তুলনাত বৰ অসভ্য আৰু নিষ্ঠুৰ আছিল। পৰিণাম কি হব নেজানা ধৰণৰ দুৰ্দ্দান্ত সাহসী আছিল, কিন্তু গোউল সকলৰ এটাই মাত্ৰ ভয় আছিল, সেয়া হ'ল, আকাশখন ভাঙি আহি তেওঁলোকৰ মুৰত পৰিব। পিছত ৰোমানসকলে তেওঁলোকক বহুতো শিকালে, যেনে- এটা ভাষা (লেটিন), ৰাস্তা বনোৱা, এখন চৰকাৰ, খেতিবাতি কৰা, পথাৰৰ যত্ন লোৱা, নাগৰিক জীৱন ইত্যাদি— কিছু শতিকাৰ পিচত ক্লোভিচ ১ৰ দিনত বহুতো পৰিবৰ্ত্তন আহি পৰে, কাৰণ তেওঁৰ ঘৈণীয়েক খৃষ্টিয়ান আছিল। ৰোমানসকলেই ফ্ৰাঞ্চৰ বুৰঞ্জীৰ বহুতো পৰিবৰ্ত্তন ঘটালে। ৪৯৬ চনত ৰাইন নদীৰ পাৰত ক্লোভিচক ৰোমান ধৰ্মগুৰু পোপে যেতিয়া ব্যাপটাইচ্ কৰে, তেতিয়া ৰোমৰ সম্ৰাট অহা নাছিল। ইতিমধ্যে ইউৰোপৰ প্ৰায়বোৰ দেশতে পোপে ধৰ্মপ্ৰচাৰ কৰি বহুতো মানবীয় ৰীতি-নীতি প্ৰচাৰ কৰিছিল। সেই সময়ত গীৰ্জ্জাই দাসত্ব প্ৰথাৰ বিৰোধীতা কৰিছিল, তাৰ পৰিবৰ্তে ভাতৃভাৱ আৰু ন্যায়বিচাৰ প্ৰতিষ্ঠা কৰিছিল। তেতিয়াৰ পৰাই ফ্ৰেঞ্চিছ ৰাজবংশও আৰম্ভ হ'ল।



১৪০০ চনত ল'ৰেইনৰ খেতিয়কৰ ছোৱালী জোৱান অব আৰ্কে এক ঐশ্বৰীক শক্তি আৰু অনুপ্ৰেৰণা পাই ফ্ৰাঞ্চৰ সৈন্যবাহিনী পৰিচালনা কৰিছিল আৰু ইংলণ্ডৰ বিৰুদ্ধে যুঁজিছিল। সেই গৰাকী বিশ্ববিখ্যাত দেশ প্ৰেমিকা নাৰীয়ে জয়ী হৈ নিজৰ দেশক স্বাধীনকৰি ৰাখিবলৈ, যুঁজিবলৈ ফ্ৰান্সবাসীক অনুপ্ৰেৰণা দিছিল। জোৱান অব আৰ্কৰ কাৰণেই ৭ম চাৰ্লচে ১৪২২ চনত ফ্ৰাঞ্চৰ ৰাজসিংহাসনত বহিবলৈ পায় আৰু ফ্ৰাঞ্চৰ ভুমিৰ পৰা ইংলেণ্ডে চিৰবিদায় লয়। বিশ্বাসঘাটকৰ ষড়যন্ত্ৰৰ বলীহৈ জীয়াজুইত প্ৰাণ আহুতি দিয়া জোৱান আৰ্কৰ জীৱনী এক বিৰাট বুৰঞ্জী— ইয়াত সেই মহান-মহিষী দেশপ্ৰেমিকাৰ জীৱনী প্ৰকাশ কৰিবলৈ ঠাই উলিয়াব পৰা নগ'ল। কিন্তু এই গৰাকী দেশপ্ৰেমিকা নাৰীৰ জীৱনী অসমীয়াত বহুতো আছে। উঠিঅহা ডেকা-গাভৰুক পঢ়িবলৈ অনুৰোধ জনাই থলোঁ।

এইদৰে নানা যুদ্ধ-বিগ্ৰহত শতিকা জুৰি যুঁজি যুঁজি ফ্ৰাঞ্চে লাহে লাহে সকলো সমস্যা আঁতৰাই এখন শক্তিশালী ৰাষ্ট্ৰৰূপে গঢ়ি উঠিল। তাৰ প্ৰধান অৰিহনা যোগোৱা প্ৰধান তিনিজন ৰজাৰ নাম উল্লেখ কৰিব পাৰি, তেওঁলোক হ'ল ৯ম লুইচ, ৪ৰ্থ হেনৰি আৰু লুইচ ১৪। ৯ম লুইচে ১২১৫-৭০ চনলৈ শাসন কৰিছিল আৰু পিছত তেওঁক চেণ্টলুইচ নামে অভিহিত কৰা হয়। সঁচাকৈয়ে তেওঁ এজন সাধু পুৰুষ আছিল।

লুইচ ১৫ আৰু ১৬ৰ দিনত বহু পৰিবৰ্ত্তন আহি পৰে আৰু বিদ্ৰোহত পৰিণত হৈ তিনিবছৰ পিছতে এখন নতুন গণৰাজ্যৰ জন্ম হয় আৰু ডেকা জেনেৰেল নেপোলিয়ন বোনাপাৰ্টে ফ্ৰাঞ্চক ইউৰোপৰ ভিতৰতে বিখ্যাত কৰি গঢ়িবলৈ লয়। ১৮০৪ চনত তেওঁ সম্ৰাট হৈ পৰে আৰু সমগ্ৰ ইউৰোপৰ অধিকৰ্ত্তা হবলৈ মন মেলে, শেষত ৱাটাৰ লু যুদ্ধত বেয়াকৈ হাৰিল আৰু ১৮ শ লুইচক মানিবলৈ মান্তি হ'ল।

১৮৫১ চনত নেপোলিয়নৰ ভাগিন এজনে শাসনভাৰ কাঢ়ি লয়

আৰু নেপোলিয়ন ৩য় হিচাবে শাসন কৰিবলৈ লয়। ২০ বছৰ পিছত প্ৰুচিয়াৰ যুদ্ধত তাৰো অৱসান ঘটে আৰু ৩য় গণৰাজ্য স্থাপিত হয়। সেই গণৰাজ্য ১৯৪০ চনলৈকে চলি আছিল। ২য় মহাসমৰৰ সময়ত জাৰ্মেনীয়ে পেৰিচ আৰু কিছু অংশ দখল কৰাৰ পিছত ১৯৪৬ চনত হিটলাৰৰ জাৰ্মানীৰ পতনৰ পিছত ৪ৰ্থ গণৰাজ্য স্থাপন হয়।

বিভিন্ন ধৰণৰ খাদ্যৰ বাবে চীনদেশ যিদৰে বিখ্যাত, ফ্ৰাঞ্চো সেইদৰে বিখ্যাত। খৃষ্ট জন্মৰ আগতে গ্ৰীক সকল যেতিয়া ফ্ৰাঞ্চলৈ গৈছিল, তেতিয়াই আঙুৰৰ পৰা মদ তৈয়াৰ কৰা বুদ্ধিটো শিকাইছিল আৰু এতিয়া নানা ধৰণৰ মদৰ বাবে ফ্ৰাঞ্চ পৃথিৱী বিখ্যাত।

গাৱেঁ-ভূঞেঁ থকা কেথেড্ৰেল বা গীৰ্জাবোৰক দুখীয়া মানুহৰ বাবে বাইবেল বুলি কয়। সমগ্ৰ ফ্ৰাঞ্চত বহুতো পুৰণি গীৰ্জাৰে ভৰপুৰ। এইবোৰৰ বাহিৰেও পুৰণি ৰাজপ্ৰাসাদো কম নাই।

ফ্ৰাঞ্চে অজস্ৰ বিখ্যাত লিখক, দাৰ্শনিকো জন্ম দিছে— সেই সকল হ'ল— পেচ্‌কেল, মণ্টেইজীন, ৰেচিনি, ডেচ্‌কাৰ্টচ, ভল্টেয়াৰ, ৰোউচিউ, চেণ্টুবব্ৰাইণ্ড, ভিক্টৰ হোগো আৰু বেলজেক। চিত্ৰ-শিল্পী সকল হ'ল—ৰেটিউ, ফ্ৰেগোনাৰ্ড, কোৰোট, ৰিনোৰ। বিখ্যাত সঙ্গীতজ্ঞ সকল হ'ল— ৰামিএও, ডিবুছি আৰু ৰাভেল! বিখ্যাত বৈজ্ঞানিক সকল হ'ল—আম্‌পিৰি আৰু কিউৰিছ। এইদৰেই মহান পুৰুষ সকলক ফ্ৰাঞ্চ মাতৃয়ে জন্ম দি আছে। ১৯৪৫ চনৰ পৰাহে আইনমতে ফ্ৰাঞ্চবাসীয়ে ডিভোৰ্চ বা এৰা-এৰি হবলৈ সুবিধা পালে। বেছি-ভাগে তিনিটা সন্তানৰ পিছত আৰু সন্তান নিবিচাৰে।

১৯ শ শতিকাৰ আগভাগতে এলফোনচিকাৰ নামত লিখক এজনে পেৰিচৰ পৰা কিছু ছুৰৈত পৃথিবীৰ নানাদেশৰ পৰা সংগ্ৰহ কৰি নানা জাতৰ গোলাপ ফুল আৰু নানা দেশৰপৰা সুগন্ধি ফুলবোৰ আনি ডাঙৰকৈ বাগিছাৰে খেতি কৰিবলৈ ল'লে আৰু পিছত পেৰিচৰপৰা আৰম্ভ কৰি স্কাণ্ডিনেভিয়াৰ দেশবোৰলৈও নানাধৰণৰ ফুল নিতৌ পঠিয়াই



ফুলৰ ভাল ব্যৱসায় কৰিব ধৰিলে। এই ব্যৱসায়তো বৰ্ত্তমান আমাৰ দেশতো চলিব ধৰিছে। গুৱাহাটীৰ ওচৰৰ হাজোৰপৰা বহুতো গেন্ধায় ফুল, ফুলৰ মালা নিতৌ আহি গুৱাহাটীত বিক্ৰী হব ধৰিছে। সিদিনা অলপতে দীঘলী পুখুৰীৰ পাৰতো এজনে বহুতো ৰজনীগন্ধা ফুল আনি এটকাত তিনিদালকৈ বেচিছে। এই ধৰণৰ ব্যৱসায়ো আমাৰ যুৱক-যুৱতীয়ে সন্মানেৰে কৰিব পাৰে।

পেৰিচৰ সেই ফুলৰ ব্যৱসায়ত এতিয়া আঠ হেজাৰ জনৰ ওপৰ ফুলৰ মালীয়ে দিনে কাম কৰি আছে। এতিয়া চিন্তা কৰকচোন, কি ধৰণৰ ব্যৱসায়। সেই ফুলৰ আঁতৰেৰে নানাধৰণৰ সুগন্ধি চেণ্ট তৈয়াৰ কৰিব ধৰিছে আৰু সেয়ে পেৰিচৰ চেণ্ট পৃথিৱী বিখ্যাত।

দ্বিতীয় মহাযুদ্ধৰ পিচত ফ্ৰাঞ্চে বুজি পালে, যদি নিজে নিজৰ ভৰিত থিয় দিব নোৱাৰে তেন্তে দুই প্ৰকাণ্ড ঔদ্যেগীক দেশ আমেৰিকা আৰু ৰাচিয়াৰ চেপাত নিঃশেষ হৈ যাব। সেয়ে তেওঁলোকে খেতিপথাৰ আৰু বিভিন্ন উদ্যোগত সমগ্ৰ জাতিৰ সামুহিক শক্তি প্ৰয়োগ কৰি আগবাঢ়ি আহিল।



আচলতে পেৰিচ হ'ল ফ্ৰাঞ্চৰ ৰাজধানীতকৈ আৰু বহুতো বেচি।

পেৰিচ হ'ল, চিত্ৰ শিল্প, কবিতা, সঙ্গীতজ্ঞ আদিৰ মিলনৰ কেন্দ্ৰ স্থান। চিয়েন নৈয়ে পেৰিচৰ সৌন্দৰ্য্য দুগুনে বঢ়াই তুলিছে। লণ্ডন বা নিউয়ৰ্কৰ তুলনাত পেৰিচ যথেষ্ট সৰু। ই প্ৰায় আঠ বৰ্গমাইল জুৰি আছে। বৰ্ত্তমান গ্ৰেটাৰ পেৰিচৰ সীমা কিছু বাঢ়ি গৈ আছে। প্ৰায় চাৰি নিযুত মানুহ বৰ্ত্তমান চহৰৰ বাহিৰত বসবাস কৰে। চিয়েন নৈৰ বাওঁফালে বিখ্যাত মণ্টপাৰনেচি, চেণ্ট জামেইন দিচ্ প্ৰিচ আৰু লেটিন কোৱাটাৰ অৱস্থিত। সেই পাৰতে শিল্পী, ছাত্ৰ-ছাত্ৰী, লিখক, সম্পাদক, সাধাৰণ দোকানী, অফিছৰ কেৰাণী আদিয়ে বসবাস কৰে। কিন্তু সোঁপাৰে থিয়েটাৰ, ফেচনৰ প্ৰাসাদবোৰ আৰু পেৰিচৰ ষ্টাইলৰ বাবে বিখ্যাত কেন্দ্ৰবোৰ আছে।



তাৰ পিছতে আছে বিখ্যাত আইফেল টাৱাৰ। পেৰিচৰ আইফেল্ টাৱাৰৰ তলৰ পৰা লোৱা ফটোত এইদৰে দেখা গৈছে। যিটোক কোৱা হয় লোহাৰ লেচৰ কাৰুকাৰ্য্যৰে তৈয়াৰী। পেৰিচৰ আইফেল্ টাৱাৰ পৃথিবীৰ স্তম্ভবিলাকৰ ভিতৰত এটা বিখ্যাত স্তম্ভ। ই পেৰিচৰ চিয়েন নৈৰ দক্ষিণ পাৰে অৱস্থিত। ১৮৮৯ চনৰ পেৰিচ প্ৰদৰ্শনীৰ



বাবে গুস্তেভা আইফেলে ইয়াৰ ডিজাইন কৰিছিল। ই ৯৪৫' ফুট ওখ টিখাৰে বনোৱা। ইয়াৰ ওজন প্ৰায় ৭০০০ (সাত) হেজাৰ টন। একেবাৰে মূৰত বতৰ পৰ্য্যবেক্ষণ, টেলিভিচন আৰু ৰেডিঅ' ষ্টেচন আছে। এইবোৰ ব্যৱস্থা পিচত কৰি লৈছে, ১৮৮৯ চনত নিশ্চয় এই বোৰ নাছিল। ১৮৮৯ চনৰ ১৬ চেপ্তেম্বৰত পেৰিচৰ বিখ্যাত ৱাৰ্ল্ড একজিবিচনৰ দিনা প্ৰথম কথাকোৱা মেছিন "গ্ৰামোফোন" আৱিস্কাৰ কৰা বাবে ৪২ বছৰীয়া থমাছ আলভা এডিচনক এই আইফেল টাৱাৰৰ তলতে ৰাজহুৱা ভাবে সম্বৰ্দ্ধনা জনোৱা হৈছিল। তাত তেওঁ বজাই শুনোৱা ৰেৰ্কডৰ প্ৰথম কথা কেইশাৰী হ'ল— "Three cheers for His Royal Highness, our Grand Duke Frederic!"



তিৰোতা টেক্সী ড্ৰাইভাৰ বহুতো দেখিলোঁ। তেওঁলোকে কিছুমান যাত্ৰীৰ পৰা আমনি পাই কাৰণে লগতে নিজৰ কাষৰ চিটতোত একোটা কুকুৰো লৈ ফুৰে।

পেৰিচ প্ৰেমৰ নগৰী, পেৰিচত ডেকা-গাভৰুৱে যেতিয়াই সুবিধা পায়, তেতিয়াই প্ৰেমত আবদ্ধ হৈ মৌসনা কথা পাতিব, একেলগে ঘণ্টাজুৰি নাচিব ভাল পায়। সেয়ে বোধকৰো পৃথিবীৰ আন দেশৰ মানুহতকৈ পেৰিচিয়ানবোৰে প্ৰেম-ভালপোৱাৰ মাজতে বেচি সময় কটায় আৰু সিও নাচঘৰত, নৈৰ পাৰত, পাৰ্কতহে তেওঁলোকক জোৰে জোৰে লগ লাগি থকা দেখা যায়। ৰাস্তাত আমি কেইবা জোৰো ককালত ধৰি সমানে খোজ দি মধু-মৃদু স্বৰেৰে ঘুৰি ফুৰা দেখিলোঁ। তাতো আকৌ ল'ৰাটো নিগ্ৰো আৰু ছোৱালীজনী পেৰিচৰ বগী মেম। প্ৰভাই কৈছিল—'এয়া দেখোন অমা-বস্যা-পূৰ্ণিমা একেলগে'। মই তেতিয়া ৰগৰ কৰি শ্ৰীমতীক কলো— 'তুমি ইবাবাইদেউহঁতৰ লগত ঘৰলৈ গুছি-যোৱা মই অৰ্দ্ধঅমাৱস্যা, মানে নিগ্ৰো-তকৈ কিছুবগা ভাৰতীয়, পূৰ্ণিমাৰ লগত থাকোঁ'। তেনেতে শ্ৰীমতী দত্তবৰুৱাই ক'লে 'ইহঁতে আপোনা-লোকক উভতি নাচাব'। কাৰণতো বুজিলেনে আপুনি? কাৰণতো হ'ল নিগ্ৰো হলেও সিহঁতৰ শৰীৰৰ গঠন, শক্তিবীৰ্য্য আদি আমি ভাৰতীয়বোৰতকৈ বহুতো বেচি উন্নত, মাত্ৰ সিহঁতৰ গাৰ চালখন এঙাৰৰ দৰে ক'লা-ইমানেই। এয়া হ'ল আমাৰ লগত যোৱা আটাই কেইজনী অসমীয়া জীয়াৰী-বোৱাৰীৰ মনৰ কথা।



পেৰিচৰ আৰু এটা আকৰ্ষণৰ বস্তু হৈছে— তিনিখন অতি



ধুনীয়া ঘোঁৰাদৌৰৰ পথাৰ "ৰেচ ট্ৰেক"। ইয়াক এনে ধুনীয়াকৈ সজাইছে যে এজন খেলুৱৈয়ে কৈছিল— "এটুইল নামৰ ৰেচ ট্ৰেকখন পৃথিবীৰ স্বৰ্গ, তাত আছে চেম্পেইন, ধুনীয়া মৰমলগা তিৰোতা আৰু ভাল ঘোঁৰা।"

আমাৰ গাইড, মিচ ফেঞ্চিনিউ নামৰ মহিলা গৰাকীয়ে প্ৰথমে আইফেল্ টাৱাৰ, তাৰ পিচত ফ্ৰেঞ্চ ৰিপাব্লিক স্কোৱেৰৰ আগলৈ নি বজা ফিলিপৰ মূৰ্ত্তি এটা দেখুৱালে। বৰ ধুনীয়া ফাউণ্টেন এটাৰ কাষেৰে গৈ ফৰাচী বিপ্লবৰ জন্মৰ ঠাইডোখৰ চালোঁ। তাৰ পিচত ১৯০০ শতিকাতে সজা ব'জাৰ, লেফটেনেণ্ট ফেগাৰৰ ৰাজপ্ৰাসাদৰ কাষেৰে গৈ ষ্টৈৰী স্কোৱেৰলৈ লৈ গ'ল। ইয়াতেই নেপোলিয়ন বোনাপাৰ্টৰ বীৰত্ববোৰ ছবি আৰু মূৰ্ত্তিৰে প্ৰচাৰ কৰি আছে। ওচৰতে পাৰ্ক এখনত জৰ্জ ৱাছিংটনৰ মূৰ্ত্তি এটা দেখিলোঁ। পিছত ইলিচিয়ান ফিল্ডচ্ এভিনিউৰ মাজেৰে গৈ ইউনেস্কোৰ প্ৰকাণ্ড বিল্ডিং এটাৰ আগেৰে গলোঁ। পেৰিচত ডাঙৰ ডাঙৰ চাৰিটা মিউজিয়ম আছে। ১৮ শ শতিকাত নিৰ্মান কৰা মিলিটাৰী স্কুলটোৰ ফটো বাহিৰৰ পৰাই ললো। আইফেল টাৱাৰৰ ফটো দুৰৈৰ পৰা আৰু থিক তলৰ পৰাও ললোঁ।

১৪৭০ শতিকাত ১৪শ লুইয়ে তৈয়াৰ কৰোৱা গেটখন চালোঁ। গেটখনৰ কাৰুকাৰ্য্য বেচ চকুত লগা। এইবোৰেও বুৰঞ্জীৰ একো অধ্যায়ৰ স্মৃতি সজীৱ কৰি আছে। গ্লোৰি অৱ দি চোলজাৰ অৱ নেপোলিয়ন বুলি নেপোলিয়নৰ কীৰ্ত্তিবোৰ সজাইথোৱা ঘৰটো সময়ৰ অভাৱত বাহিৰৰ পৰাই চালোঁ।

চিয়েন নদীৰ ওপৰত থকা আলেকজেণ্ডাৰ থাৰড্ নামৰ দলঙেৰে আমাৰ বাছখন পাৰহৈ গ'ল। নৈ খনত নানা ধৰণৰ, নানা ৰঙৰ মোটৰ বোটবোৰ দেখি বৰ ভাল লাগিল। তাৰ পিছত অপেৰা হাউচৰ ওচৰেৰে আহি লেডি চাৰ্চ নামৰ ধুনীয়া গীৰ্জাটো ঘুৰি-পকি চালোঁ। তাৰ পৰা চেক্ৰেড হাৰথ গীৰ্জা আৰু চেণ্ট পিটাৰ্চ স্কোৱেৰৰ

আগেৰে আহিলোঁ। দুপৰীয়া লাঞ্চৰ কাৰণে 'কুইনস্‌ কেন' নামৰ ৰেস্তোৰাখন বিছাৰি পাওঁতে বহুতো পলম হ'ল। 'ইমান বেচি বাট-পথ যে এদিনীয়া মানুহৰ কাৰণে বিচাৰি উলিওৱাটো বৰ ডাঙৰ কথা। সেয়ে ইউৰোপৰ প্ৰায়বোৰ হোটেলৰ পৰা ওলাই গ'লে লগতে হোটেলৰ কাউণ্টাৰৰ পৰা হোটেলৰ নাম ঠিকনা থকা কাৰ্ড একোখন ল'ব লাগে। বাট হেৰালে অন্ততঃ কাৰ্ডখন পুলিছক দেখুৱালে বা টেক্সী ড্ৰাইভাৰক দিলে হোটেলত থৈ যাবহি। এনেয়ে ৰাস্তাৰ মানুহক সুধিলে বাট দেখুৱাই দিব হয়, কিন্তু লগতে ক'ব **only five minutes walk** কিন্তু আপুনি পাঁচ মিনিটত গৈ নাপাইহে নাপাই। আমাৰ অসমৰ গাৱঁত কোৱাৰ দৰে সেই যে আহঁত গছ জোপা। সেই যে বাঁহৰ বাৰীখন সেয়ে, কিন্তু আপুনি কিমান গ'ল তাৰ হিচাব নাই, গৈয়ে থাকক।

সেইনিশা আমি দুটা দলহৈ পেৰিচৰ নাইট ক্লাৱ চাবলৈ ওলালোঁ। আমাৰ দলত আছিল ধীৰেন্দ্ৰধৰ বৰুৱা, বীণা, প্ৰভা, মই, ইৰা দুৱৰা, মিৰি হাজৰিকা, বলভদ্ৰ দাস। আমি দুখন টেক্সীৰে গৈ চেস্নী নামৰ পেৰিচৰ এটা নাম থকা নাইট ক্লাৱলৈ গলোঁ। তাত সোমাবৰ কাৰণে কোনো টিকত নালাগে, মাত্ৰ টেবুল বুক কৰিব লাগে। আমি দুখন টেবুল বুক কৰিলোঁ। আমি গৈ পোৱাৰ আগতে নানা ধৰণৰ নাচ-গান আৰম্ভ হৈছে। গোটেই হলটো ডেকা-বুঢ়া, পুৰুষ-মহিলাৰে ঠাহ খাই আছে। আমি খুব কম পোহৰৰ মাজে মাজে গৈ আমাৰ বাবে বুক কৰি থোৱা আসনত বহি পৰিলোঁ। লগে লগে বয় কেইটামানে বিভিন্ন ধৰণৰ মদ আমাৰ টেবুলত দি গ'ল। মিৰিদাহঁতৰ মুখত হাঁহি ওলাল। আমি নিৰামিষ কেইটাই মাত্ৰ চাই থাকিলোঁ। তেনেতে মিৰিদাই ক'লে, তোমালোকে গিলাচ-বোৰ ওভটাই নিদিবা, পেৰিচৰ ভাল বস্তু আমালৈ পাচকৰি থাকা আৰু আমিও সেইদৰে বহুনিশালৈকে গিলাচবোৰ পাচ কৰি থাকিলোঁ। আমাৰ এজনে ক'লে—ইমান কাঢ়া, একেবাৰে বেজবেজাই গৈছে



বুজিছা। ইহঁতে পানী, চোদা বা বৰফো নিদিয়ে, তথাপি এৰিব নোৱাৰি বুজিছা।

ইপিনে এটাৰ পিছত এটাকৈ নানা ধৰণৰ নাচ-গান হব ধৰিছে। এবাৰ এটা বিভৎস দৃশ্য দেখুৱালে, এজনী গাভৰু আৰু এটা ডেকাল'ৰাই সম্পূৰ্ণ উলঙ্গ হৈ কামাতুৰ অৱস্থাত কৰা ডেকা-গাভৰুৰ আচৰণ, মুখৰ শব্দ, বিভিন্ন ধৰণৰ অঙ্গী-ভঙ্গী, কঁপনি আদি দেখুৱাব ধৰিলে যিটো দৃশ্য দেখি ইৰা বাইদেৱে ক'লে, 'পৱিত্ৰ, তোমালোকে ক'লৈ লৈ আহিলা? চকু মুদ খাই যায়। ইহঁত ইমান নিলাজ ইত্যাদি' বাকী কেইজনীয়েও উচ্‌পিচাই আছে, কেতিয়া উঠি যাব পাৰো তাৰে চিন্তা কৰিছে। মই উপায় নাপায় কলোঁ—'এয়া আমি সিহঁতৰ সভ্যতাৰ এটা দিশহে চাইছো, লাজ কৰিবৰ কিটো আছে। চাই থাকক, এয়াও বোধকৰোঁ তেওঁলোকৰ দেশৰ এক আৰ্ট, সভ্যতা বা সংস্কৃতি।' এইদৰে আমি নিশা প্ৰায় নমান বজাৰ পৰা পুৰা তিনিমান বজালৈকে চাই চাই আমনি লাগি উঠি আহিলোঁ। মিৰিদা আৰু বলভদ্ৰ দাস নাহিল। পেৰিচিয়ানসকলে এই নাইট ক্লাববোৰৰ যোগেদি বেচিভাগ বিদেশী ভ্ৰমণকাৰীৰ পৰাহে অজস্ৰ ধন সংগ্ৰহ কৰে। একোখন টেবুলৰ যোগান ধৰা মদ আদিৰ বাবে কমেও ১০০ ৰ পৰা ৫৫০ ডলাৰ পৰ্য্যন্ত সংগ্ৰহ কৰে।

পেৰিচৰ এখন ডাঙৰ অলঙ্কাৰৰ দোকানৰ সন্মুখত আমাৰ বাছ-খন ৰ'ল আৰু বাহিৰৰ পৰাই দেখিলো প্ৰায় ২৫-৩০ জন মতা-তিৰোতাই নানা ধৰণৰ সৰু সৰু মেচিনেৰে সোণৰ অলঙ্কাৰ তৈয়াৰ কৰাত ব্যস্ত। আমাৰ আটাইকেইগৰাকী মহিলা যাত্ৰীৰ অলঙ্কাৰ নিবলৈ বৰ মন, কিন্তু নিয়ে কেনেকৈ বিদেশী মুদ্ৰা প্ৰায় শেষ হৈ আহিছে তদুপৰি আৰু কেইবাখনো দেশ ভ্ৰমণ কৰিব আছেই।

সেই সময়ত দীঘল সোণালী চুলি, নীলা জীনৰ পেণ্ট আৰু লম্বাহাতৰ চুৰেটাৰ পিন্ধি দুজন আমাৰ কাষেৰে গ'ল। শ্ৰীঅনিল চৌধুৰীয়ে মোক সুধিলে— "পৱিত্ৰ, এয়া ল'ৰা নে ছোৱালীয়ে হে,

ধৰাই টান হৈছে। দেখাত তুয়ো একে" মই শ্ৰীচৌধুৰীক কলো "আপুনি ধৰিব পৰা নাই? যিটোব বুকুখন উঠা, সেইজনী ছোৱালী আৰু বাকীজন ল'ৰা।" শ্ৰীচৌধুৰীয়ে ক'লে— "এৰা, তুমি থিকেই ধৰিছা।"

পিচদিনা পুৱা ব্ৰেকফাষ্ট খাবলৈ তলৰ মহলাত থকা ডাইনিং হললৈ নামি আহি চাহ-জলপান খাই বাহিৰলৈ অকমান ওলাই আহোতে দেখিলো, এখন ডাঙৰ ট্ৰাকৰ বহু ওপৰলৈ চাৰিওপিনে ওখ বেৰ। সেই ট্ৰাকখনলৈ কেইজনমান মানুহে প্ৰতি ঘৰৰেপৰা ডাঙৰ ডাঙৰ প্লাষ্টিকৰ মোনাত পেলাবলগীয়া জাবৰ, চিমনীৰ ছাই আদি ভৰাই মুখখন বান্ধি ট্ৰাকৰ গাতে লাগি থকা—প্ৰায় ৰাস্তাৰ অকমান ওপৰত থকা লিফট্‌টোৰ ওপৰত মোনাতো থৈ চুইচ দিয়া মাত্ৰকে মোনাটো ওপৰলৈ উঠি গৈ বেৰৰ ভিতৰত বাগৰি পৰিল। বিজ্ঞানৰ কাৰুকাৰ্য্যবোৰ দেখি বৰ আচৰিত লাগিল আৰু দুদিনমান থাকিবপৰা হ'লে বহু কথাই শিকিব পাৰিলোহেঁতেন। কিন্তু কণ্ডাক্টেড টুৰত সেয়ে একমাত্ৰ অসুবিধা, ক'তো মন গলেও থাকিব নোৱাৰি, মন গলেও জিৰণি ল'ব নোৱাৰি, দল এৰি অকলে ফুৰিব-খাব নোৱাৰি। ইমান বেচি গধুৰ কাৰ্য্যসূচী যে আপুনি পুৱাৰে পৰা অকনো সময় উলিয়াব নোৱাৰে, আমাৰ কথাত কোৱাৰ দৰে ভুকুতে কল পকাব খোজে। মানে সেই দুদিনতে আমাক সিহঁতৰ দেশৰ বুৰঞ্জী, সংস্কৃতি, সভ্যতা, শিল্পকলা, বাণিজ্য আদিৰ লগত চিনাকী কৰি দিব খোজে। তাকে নকৰিলে উপায়ো নাই। কাৰণ আৰু দুদিন থকা মানে বহুতো খৰছ। সেয়ে নানা দেশৰ ভ্ৰমণকাৰীয়ে সেইদৰে কণ্ডাক্টেড টুৰৰ সুবিধা লয়। কাৰণ কোনো চাবলগীয়া ঠাই প্ৰায় বাদ নপৰে। তেওঁলোকে কম সময়তে, কম খৰছতে যিমান পাৰি দেখুওৱাৰ চেষ্টা কৰে। সেয়ে এইবোৰ ভ্ৰমণত যাত্ৰীসকলে খৰতকীয়া হোৱাটো বাঞ্ছনীয়, নহলে আন যাত্ৰী সকলৰো বৰ অসুবিধা হয়।



পিচদিনা দহ বজাত পেৰিচ এৰি বেলজিয়ামৰ ব্ৰাচেলচ্ বুলি গাড়ীত উঠিলো আৰু দুপৰীয়া প্ৰায় ডেৰমান বজাত বেলজিয়াম পালোঁহি।

বেলজিয়ামৰ ৰাজধানী ব্ৰাচেলচ্। সৰু দেশ কিন্তু সুন্দৰ। ব্ৰাচেলচত আমি "হোটেল ভান বেলি"ত উঠিলোগৈ।



ব্ৰাচেলচ ত এটি ধুনীয়া শিলামূৰ্ত্তি আছে, সি অনবৰতে পেচাব কৰি থাকে, ইও বোধকৰো কোনো পুৰণি আখ্যানৰ নমুনা। তাৰে

গল্পটো সংগ্ৰহ কৰিব নোৱাৰিলোঁ। বেলজিয়ামৰ নাম আমি সৰু থাকোতে শুনিছিলোঁ, মুখছোৰা আইনাখন বেলজিয়ামত তৈয়াৰী। সেইসময়ত সেই আইনাৰ তুলনা নাই। সেইদৰে বেলজিয়ামত তৈয়াৰী কাপোৰত লগোৱা লেছ আৰু বন্দুকবো নাম পৃথিৱী বিখ্যাত।

প্ৰাকৃতিয়ে দেশখনক নৈ-সাগৰ,পৰ্ব্বত-পাহাৰ আদিৰে যিদৰে সুবিধা কৰিদিছে, সেইদৰে ব্ৰাচেলচে নানা অসুবিধাৰো সন্মুখীন হ'বলগা হৈছে। সেই সৰু দেশখন স্পেইন, ফ্ৰাঞ্চ, অষ্ট্ৰিয়া আৰু জাৰ্মানেও এসময়ত দখল কৰি ৰাখিছিল। বৰ্ত্তমান ইউৰোপৰ ব্যৱসায়ৰ কেন্দ্ৰস্বৰূপ। ব্ৰাচেলচৰ পৰা ৰেল আৰু প্ৰকাণ্ড ৰাস্তাৰে ফ্ৰাঞ্চ, হলেণ্ড আৰু জাৰ্মানীলৈ পোনপটিয়া সংযোগ আছে।

এই অকমান দেশখন ব্যৱসায়ৰ ক্ষেত্ৰত ইউৰোপৰ দেশসমূহৰ মাজত ছয় নম্বৰ। দেশৰ জনমুৰি আয় আন আন ইউৰোপীয় দেশৰ তুলনাত বহু ওপৰত। এই দেশৰ জন-সাধাৰণৰ জীৱন-যাপনৰ মানো বহু উন্নত।



ব্ৰাচেলচ্‌ত থকা ইউৰোপিয়ান কমিউনিটিৰ হেড্‌কোৱাটাৰৰ বিল্ডিংবোৰ বেচ চকুতলগা।



১৯২২ চনত বেলজিয়ামে আৰম্ভ কৰা কাষ্টম ইউনিয়নত দ্বিতীয় মহাসমৰৰ পিচত হলেণ্ডে যোগদান কৰিলে। ১৯৫২ চনত পাচখন দেশৰ সৈতে (হলেণ্ড, লুক্সেমবাৰ্গ, ফ্ৰাঞ্চ, পশ্চিম জাৰ্মানী আৰু ইটালী) লগলাগি ইউৰোপিয়ান কোল এণ্ড ষ্টীল কমিউনিটি স্থাপন কৰি সেই দেশবোৰৰ মাজত মুকলী ব্যৱসায় আৰম্ভ কৰি দিলে। ১৯৫৮ চনত সিয়ে গৈ বিনীলুক্স ইকনমিক ইউনিয়ন হ'ল আৰু ১৯৫৮ ৰ শেষভাগত সিয়ে হৈ পৰে ইউৰোপিয়ান কমন মাৰ্কেট। যি আজিও ব্যৱসায়ৰ যোগেদি উন্নতিৰ পথত আগবাঢ়ি গৈ আছে।

যিদিনাই ইউৰোপিয়ান কমন মাৰ্কেটৰ জন্ম হ'ল, সেইদিনাই ইউৰোপিয়ান এটোমিক এনাৰ্জি কমিউনিটিৰো জন্ম হ'ল আৰু সেই ছখন দেশৰ মাজত এটোমিক এনাৰ্জিৰ শান্তিপূৰ্ণ ব্যৱহাৰ, নানা বিষয়ত বিচাচ, বিজ্ঞানৰ আদান-প্ৰদান, কাৰিকৰী দিশত বিজ্ঞানীৰ সকলো সুবিধা দিয়া আৰু কেঁচা-সামগ্ৰীৰ সুবিধা কৰি দিয়া আদিৰ ব্যৱস্থা হ'ল। এই সকলোবোৰৰ গুৰি ধৰিছিল, বেলজিয়ামৰ বৈদেশীক মন্ত্ৰী প'ল হেন্‌ৰি স্পেকে।

১৮৭৮ চনৰে পৰা আফ্ৰিকা মহাদেশৰ কঙ্গো, বেলজিয়ামৰ কলোনী দেশ হিচাবে আছিল। বেলজিয়াম দেশখনতকৈ প্ৰায় ৮০ গুণ ডাঙৰ কঙ্গোৰ পৰা বেলজিয়ামে তাম, ইউৰেনিয়াম, টিন, মেঙ্গানিজ আৰু জীঙ্ক আদি নানা ধাতু নিজ দেশলৈ নিছিল। যিদৰে বৃটিছে আমাৰ দেশৰ তলি উদং কৰি নিছে। পিছত কেইবাটাও বিদ্ৰোহে দেখা দিয়াত বহু কঙ্গোবাসীৰ জীৱনৰ বিনিময়ত ১৯৬০ চনৰ ৩০ জুনৰ দিনাখন বেলজিয়ামৰ হাতৰ পৰা কঙ্গো স্বাধীন হৈ পৰে।

ব্ৰাচেলচৰ টাউন হলটো পুৰণি আহিঁৰে তৈয়াৰী। মাজতে এটা ছয়তলা গম্বুজৰ দৰে চাৰিকোনীয়া ঘৰ। এই গম্বুজটোৰ উচ্চতা ৩৬০ ফুট, তাৰ একেবাৰে ওপৰত চেণ্ট মিচেলৰ মূৰ্ত্তিটো আছে। এই বিল্ডিংটো সম্পূৰ্ণ কৰোতে হেনো তিনিশ বছৰ লাগিছে। বাকী প্ৰধান ঘৰটো তিনিতলা। প্ৰধান গেটখনত সিংহৰ মূৰ্ত্তিৰে সজোৱা।

সন্মুখত বিৰাট চোতাল। বেচ ধুনীয়া। মুকলীতে ফুলৰ বজাৰ এখনো দেখিলোঁ। কিছুদূৰৈত গাৰ্ডেন চাতিৰ তলত সৰু সৰু ৰেস্তোৰাও দেখিলোঁ।



ব্ৰাচেলচ্‌ৰ কেথেড্ৰেল হেলিজ মিচে্‌ইল নামৰ প্ৰকাণ্ড গীৰ্জাটো বেচ দেখনীয়াৰ। সময়ৰ অভাৱত বাহিৰৰ পৰাই এই গীৰ্জাটো চালোঁ।

১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত যেতিয়া মহাসমৰ আৰম্ভ হয় তেতিয়াৰেপৰা বেলজিয়াম জাৰ্মানীৰ দখলত আছিল যদিও বেলজিয়াম-বাসীয়ে জাৰ্মানীৰ বশ্যতা স্বীকাৰ কৰা নাছিল আৰু এটা গুপ্তবাহিনীয়ে



দিনে নিশাই জাৰ্মান সৈন্যবাহিনীৰ বিৰুদ্ধে গৰিলা যুদ্ধত লিপ্ত আছিল। সিহঁতে জাৰ্মান সৈন্যক কোনোদিনে শুব দিয়া নাছিল। দিনে-নিশাই বিভিন্ন ঠাইত ধ্বংশকাৰ্য্য চলাই আছিল। কামে-কাজে যোগদান কৰা নাছিল। অৱশেষত ভিই-দে (Ve-Day) অৰ্থাৎ জাৰ্মানীৰ হিটলাৰৰ পতনৰ লগে লগে জাৰ্মান সৈন্য আঁতৰি যোৱাতহে বেলজিয়ামবাসীয়ে নিজৰ নিজৰ কামত পুৰ্ণোদ্যমে লাগি যায়।

ব্ৰাচেলচ্ নগৰখন পুৰণি আৰু নতুনৰ সংমিশ্ৰণত গঢ়ি উঠা এখন বিখ্যাত নগৰ আৰু বেলজিয়ামৰ ৰাজধানী। বেলজিয়াম এখন বাণিজ্যিক দেশ আৰু শতকৰা ৫৫ জনেই নানা ধৰণৰ কাৰখানাত কাম কৰে। বেলজিয়ামত তৈয়াৰী আইনাৰ শতকৰা ৯০ ভাগ বিদেশলৈ ৰপ্তানি কৰে।

চাৰিখন বিশ্ববিদ্যালয় আছে। বেলজিয়ামৰ মানুহৰ লগত বন্ধুত্ব পতা সহজ নহয়। কিন্তু কেনেবাকৈ এবাৰ বন্ধুত্ব হলে, সি চিৰস্মৰণীয় হৈ ৰ'ব। বেলজিয়ামবাসীয়ে নিজৰ দেশৰ বিখ্যাত সাহিত্যিক, কবি, শিল্পী, সঙ্গীতজ্ঞ, বিজ্ঞানীৰ নাম বিদেশীৰ আগত উচ্চস্বৰে কৈ ভাল পায়। তেওঁলোকৰ গুণ বসানি, নিজৰ জাতীৰ, নিজৰ দেশবাসীৰ গুণগাই সুখ পায়। প্ৰতিখন নগৰতে নিজা নিজা অপেৰা হাউচ আছে। সঙ্গীতৰ বাবে প্ৰতিজন ডেকা-গাভৰুৱে উঠিপৰি লাগে।

সেইনিশা আমি প্ৰায় ১০/১২ জন মানে আমাৰ ইটালীয়ান ড্ৰাইভাৰ জিনোক লগত লৈ চিনেমা এখন চাবলৈ গলো, আমাৰ হোটেলৰ পৰা অলপ দূৰৈত। চিনেমা ইতিমধ্যে আৰম্ভ হৈ গৈছে, তথাপিও সোণকালে শুবৰ মন যোৱা নাই কাৰণে চিনেমা চাবলৈ গলোঁ। টিকট কাউণ্টাৰৰ পৰা টিকট লওঁতে, বুঢ়ী এগৰাকী আহি আমাক নিৰ্দ্দিষ্ট আসনত বহুৱাই দি টিপ ল'লে, মানে জিনোৱে অলপ পইচা দিলে। হলত সোমাই দেখিলো পুৰণি আৰবীয়ান বাদচাহ বোৰৰ ঘটনা এটা—নানা দেশৰ পৰা সুন্দৰী ছোৱালী ধৰি আনি আৰবৰ ডাঙৰ ডাঙৰ বাদচাহ বোৰক বহুত মুল্যত বেচিছে আৰু সেই

বাদচাহজনে কেনেকৈ প্ৰতিজনী ছোৱালীক উলঙ্গ কৰি পৰীক্ষাকৰি চাব ধৰিছে। ইত্যাদি— ছবিখন ইংৰাজী কিন্তু বেলজিয়ামৰ ভাষাত লিখি গৈছে। আমি প্ৰায় আধামানৰ পৰা চালোঁ যদিও শেষ হোৱাৰ লগে লগে The End ৰ পিছতেই আকৌ কাষ্টিং আৰম্ভ হ'ল। সেইবোৰ দেশত সেইদৰে চিনেমা চলে। মানে আমি গৈ যিখিনিৰ পৰা দেখিলো তাৰ পিছত সেইখিনি আকৌ পালেহে আমাৰ ছবিছোৱা শেষ হব। সেইদৰে গোটেই দিনে-নিশাই চলি থাকে।

পিচদিনা পুৱা ৯ বজাত ব্ৰাচেলচ্ মহানগৰীৰ পৰা প্ৰায় ১০০ কিলোমিটাৰ আঁতৰত থকা সাগৰৰ বন্দৰ ওষ্টেণ্ডলৈ আহিলোঁ। প্ৰায় ১১ মান বজাত ওষ্টেণ্ড পালোহি। ওষ্টেণ্ড বেলজিয়ামৰ এটা ডাঙৰ বন্দৰ আৰু বিখ্যাত ব্যৱসায়ীক কেন্দ্ৰ। ইয়ালৈ ৰেল, জাহাজ, এৰোপ্লেনৰ সংযোগ আছে। এই বন্দৰৰ পাৰতে হোটেল ব্যৱসায়ৰ বাবে শিক্ষা দিয়া স্কুল এখন দেখিলোঁ। তাৰ পৰা বহুতো ল'ৰা ছোৱালীয়ে আমি গৈ পোৱাৰ কিছু পিছতে মুৰত দীঘল বগা তুপি আৰু বগা কোট পিন্ধি ওলাই যোৱা দেখিলোঁ। আমি বাছৰ পৰা নামি কিছু সময় তাত ঘুৰি ফুৰি থাকিব লগা হ'ল। কাৰণ ইংলিচ চেনেল পাৰ হবলৈ জাহাজৰ সময় হোৱা নাছিল। তেনেতে দেখিলো শ্ৰীঅনিল চৌধুৰীয়ে আহি ক'লে "পৱিত্ৰ আলুভজা খোৱা" বুলি এমুঠিমান গৰম আলুভজা মোৰ হাতত দিলে, ক'ত পালে বুলি সোধাত ওচৰৰে দোকান এখন দেখুৱাই দিলে। দোকানখন আছিল সাগৰৰ ওচৰত, য'ত মোটৰ লাঞ্চবোৰ বান্ধি থৈ যায়। তালৈ গৈ আমিও আলুভজা কিনিলোঁ। দোকানীজনী তিৰোতা। প্ৰায় এক আঙুলমান চাৰিকুনিয়াকৈ কটা আলুবোৰ ঘিউত ভজা। খাবলৈ বৰ মজা। সেয়েহে আমি আটায়ে খালোঁ।

তাৰ অলপ পিচতে আমাক কঢ়িয়াই অনা বাছৰ ড্ৰাইভাৰ জিনোক বিদায় দিয়া পৰ্ব্ব আৰম্ভ হ'ল। দুজনমানে গামোছা দিলে, কেইজনমানে একডলাৰকৈ দিলে, মই চন্দন কাঠৰ জপাই থব পৰা



বিছনী এখন উপহাৰ দিলো তেওঁৰ চিগনৰালৈ বুলি। বিদায় লোৱাৰ আগমুহুৰ্ত্তত জিনোৰ চকুহাল সেমেকি গ'ল। তেওঁলোকৰ নিয়ম-মতে মতা মানুহ কেইজনৰ গালত চুমা খালে। সেয়েহে আমিও তেওঁৰ গালত চুমা খালোঁ আৰু আমাৰ তিৰোতা কেইগৰাকীক হেণ্ডচেক কৰি বিদায় ললে। তেওঁ হেনো পিচদিনাখন ইংলণ্ডৰ পৰা স্কুলীয়া ছাত্ৰীৰ দল এটা লৈ ৰোমলৈ লৈ ওভটি যাব। এইদৰে সেই একেজন মানুহৰ দায়িত্বত একবাছ যাত্ৰী নিৰ্ভয়ে, নিচিন্তে, নিৰাপদে দেশৰ পিছত দেশ ভ্ৰমণ কৰিছে। সেই তুলনাত আমাৰ দেশত এইদৰে নিৰাপদে ভ্ৰমণ কৰিব পাৰিবনে? পিছত সকলো যাত্ৰীয়ে ৰমপোর্ট নামৰ জাহাজত উঠিলোগৈ। চাৰেতিনি বজাত ওষ্টেন বন্দৰ এৰিলে।

অলপ দূৰ যোৱাৰ পিচত প্ৰায় যাত্ৰীয়ে ওপৰৰ মুকলী ডেকলৈ ওলাই গ'ল। আমি জাহাজৰ ৰেস্তোৰাত চাহ-কফি আদি খালোঁ, লগৰ দুই-চাৰিজনে টেক্স নালাগে কাৰণে চেম্পেইন আদিও খালে।



তেনেতে বেলজিয়ামৰ কোনোবাটো বন্দৰৰ পৰা হুভাৰ ক্ৰেফট্

এখন প্ৰচণ্ডগতিৰে আমাৰ চকুৰ আগেৰে পাৰ হৈ গ'ল। প্ৰতিজন যাত্ৰীয়ে চিঞৰি উঠিল। ই হেনো গৈ ইংলেণ্ডৰ বন্দৰ পাওঁতে মাত্ৰ বিশ মিনিট সময় লাগে। কিন্তু আমি জাহাজত গৈ ইংলেণ্ডৰ ডোভাৰ বন্দৰ পাওঁতে লাগিল চাৰে তিনি ঘণ্টা। এই হুভাৰ ক্ৰেফট্‌ত উঠাৰ সৌভাগ্য নহ'ল।

১৯৫৫ চনত খ্ৰিষ্টোফাৰ ককৰেল নামৰ বৃটিছ ইঞ্জিনীয়াৰ এজনে ঘৰত ব্যৱহাৰ কৰা ভেকুৰাম ক্লিনাৰ এটাৰ সাফৰখন খুলি চলাওঁতে দেখিলে যে ই মজিয়াৰ পৰা ওপৰলৈ দাংখাই উঠে আৰু এফালে গতি কৰে। তেওঁৰ মগজুত সিয়ে নানান চিন্তাৰ খেলি-মেলি আনি দিলে আৰু তাৰে এঘাৰ বছৰৰ পিচত এইয়া হুভাৰ ক্ৰেফট্‌। যিয়ে বৰ্ত্তমান ঘণ্টাত ৫০ মাইল বেগত ইংলিছ চেনেলৰ সাগৰৰ পানীৰ পৰা কেইফুট ওপৰেৰে তলফালে পানীলৈ বতাহ মাৰি পঠিয়াই ওপৰে ওপৰে আলসতে গৈ ফ্ৰাঞ্চ, বেলজিয়াম আদি দেশৰ উপকূল পায়গৈ।




এয়া ১৯০ টন ওজনৰ পঞ্চমখন লুভাৰক্ৰেফট্‌ এচ-আৰ-এন ৪। এতিয়ালৈকে ২·৫ নিযুত যাত্ৰী আৰু ৩,৫০,০০০ খন গাৰী অনা-নিয়া কৰিছে ইংলিচ চেনেলৰ ওপৰেৰে।



এই ইংলিচ চেনেল পাৰ হওঁতে মনত পৰিছিল ভাৰতৰ সাঁতোৰ বীৰ মিহিৰ সেনলৈ। ইমান ডাঙৰ ইপাৰ সিপাৰ নেদেখা সাগৰ এখন পাৰ হ'বলৈ সাহস কৰিলে কেনেকৈ? সাগৰৰ ঢৌবোৰ দেখি ভাল লাগিছিল। সেই ঢৌত ওপৰ-তলকৈ আমাৰ জাহাজখন গতি কৰাত প্ৰভাৰ মুৰটো সামান্য ঘুৰাইছিল হেনো। আমাৰ ইৰা বাইদেৱে (শ্ৰীমতী ইৰা দুৱৰা) তেওঁৰ কান্ধত প্ৰভাৰ মুৰটো সাৰতি লৈ বহি গৈছে, যেন মাকে জীয়েকক মৰমতে আকোঁৱালী লৈছে। মই ওচৰ পাওঁতে ইৰা বাইদেৱে যি চমকি। ইমান দুৰ্ব্বল বুলি যদি তুমি জনাই মুৰ ঘুৰণীৰ পিল এটা খুৱাই নিদিলা কিয়, ইত্যাদি। ইৰা বাইদেউৰ মৰম, আলপৈচান ধৰা দেখি মই বৰ আচৰিত হৈছিলোঁ। ইমান সম্ভ্ৰান্ত পৰিয়ালৰ বোৱাৰী এজনীৰ অন্তৰ যে ইমান দয়া, মৰমেৰে ভৰপুৰ, ভাবিলে শ্ৰদ্ধা ওপজে।

গধূলি চাৰেছটা মান বজাত ডোভাৰ বন্দৰ পালোঁ। তাত পাচপোৰ্ট আদি চোৱাত পলম হোৱা বাবে এখন ইলেক্ট্ৰিক ট্ৰেইন গ'লগৈ। আমি চাৰে আঠমান বজাত ট্ৰেইন যোগে লণ্ডনলৈ গলো আৰু নিশা দহ বজাত ভিক্টোৰিয়া ষ্টেচন পালোঁ। তাৰ পৰা টেক্সীৰে গ্ৰেট ৰাচেল ষ্ট্ৰীটত থকা কেলিংৱাৰ্থ হোটেল পালোঁ। নিশা ১১ বজাত আমাক হোটেলতে ডিনাৰ দিয়ে।

একালত সূৰ্য্য অস্ত নোযোৱা বৃটিছ সাম্ৰাজ্যৰ গ্ৰেট বৃটেইনৰ মাজমজিয়া লণ্ডন মহানগৰী গৈ পালোঁ নিশা ১০ বজাত। লণ্ডন গ্ৰেট বৃটেইনৰ ৰাজধানী। নিশাৰ অন্ধকাৰ আঁতৰাবলৈ কৰা দুৰ্ব্বাৰ চেষ্টাৰ প্ৰতীক অসংখ্য বিজুলী বন্তিৰ দেৱালী দেখি ভাল লাগি গ'ল। বতৰো বেচ আৰামদায়ক। সুন্দৰ ঠাণ্ডা, বৰষুণ-বৰফ একো নাই। ৰাতি ১১ বজাত গ্ৰেট ৰাচেল ষ্ট্ৰীটত থকা কেলিংৱাৰ্থ হোটেলত নিশাৰ আহাৰ খাই নিজৰ নিজৰ কোঠাত শুই পৰিলোঁ।

গ্ৰেট বৃটেইনৰ চাৰিওপিনে সাগৰ। প্ৰধান দ্বীপটোৰ বাহিৰেও প্ৰায় ১৬০ টা সৰু সৰু দ্বীপ আছে। তাৰে ভিতৰত ৱাইট, চিলি আৰু এঙ্গলেচেই প্ৰধান। সমগ্ৰ ইংলেণ্ডৰ মাটীকালি ৫০,৩২৭ বৰ্গ মাইল। ৪৬ খন কাউন্টি বা প্ৰদেশ কৰি লৈছে। দেশখন সংসদীয় গণতন্ত্ৰ মতে চলে যদিও ৰাজতন্ত্ৰ বা ৰজা-ৰাণীক এতিয়াও মানি চলে। দেশখনৰ উত্তৰ অঞ্চল পৰ্ব্বতীয়া আৰু দক্ষিণ অঞ্চল সমভূমি। গ্ৰেট বৃটেইন ঠাণ্ডা ঠাই যদিও বৰষুণৰ পৰিমান যথেষ্ট হয়।

গ্ৰেট বৃটেইনত এতিয়ালৈকে সৰ্বমুঠ বত্ৰিশটা বিশ্ববিদ্যালয় আছে। তাৰে চাব্বিশটা লণ্ডন মহানগৰীতে আছে আৰু হেনো পোন্ধৰটা বিশ্ববিদ্যালয়ৰ বিষয়ে চিন্তা কৰি আছে। তাৰ মানে মন কৰকচোন, বিভিন্ন শিক্ষাৰ ক্ষেত্ৰত গ্ৰেট বৃটেইন কিমান আগবঢ়া। পৃথিবীৰ নানা দেশৰ শিক্ষাৰ্থীয়ে এইবোৰ বিশ্ববিদ্যালয়ত পঢ়িবলৈ যায়। প্ৰত্যেকটো বিশ্ববিদ্যালয়ৰ নিজা নিজা ঐতিহ্য আছে। নতুন বিশ্ব-বিদ্যালয় বোৰ প্ৰাকৃতিক শোভাৰ মাজত আশ্ৰমৰ দৰে প্ৰতিষ্ঠিত। আমাৰ দেশৰ প্ৰায় প্ৰতিটো বিশ্ববিদ্যালয় আৰু আন আন শিক্ষানু-



ষ্ঠানৰ দায়িত্বত থকা ভব্য-গব্য দুৰ্নীতিগ্ৰস্ত লোক কেইজনমানৰ কাৰণে বিশ্ববিদ্যালয়ৰ দৰে পৱিত্ৰ অনুষ্ঠান একোটা ধ্বংশমুখী হ'ব লগা হৈছে। তাক ভাবিলে দুখ লাগে, আচৰিত হ'ব লাগে। এই দুৰ্নীতিক আকৌ বাধা দিবলগীয়া হৈছে ছাত্ৰ-ছাত্ৰী সকলে তেওঁলোকৰ জীৱনৰ অমূল্য সময়বোৰ আন্দোলন কৰি। ইয়াতকৈ পৰিতাপৰ কথা আছেনে?

যিসকল মহৎলোকৰ দান-বৰঙনি, অশেষ পৰিশ্ৰমৰ ফলত অসমত এই বিশ্ববিদ্যালয়কেইখন স্থাপিত হৈছিল, তেওঁলোকৰ বহুতেই ইহলীলা ত্যাগ কৰিলে। তেওঁলোকে সপোনতো ভবা নাছিল, যে এসময়ত এই পৱিত্ৰ অনুষ্ঠানবোৰ যাক ধৰ্মমন্দিৰৰ লগত তুলনা কৰা হয়, তাতে পূজাৰিবেশত থকা অসৎ, দুৰ্নীতিগ্ৰস্ত কেইজনমানৰ হাতত পৰি এনে দুৰ্দ্দশা হব। কিয় আমি দেশৰ-জাতিৰ মঙ্গলৰ বাবে সামান্য অৰ্থলোভৰ পৰা আঁতৰি থাকিব নোৱাৰো? এই প্ৰশ্নৰ উত্তৰ কোনে দিব বাৰু?

ইংলেণ্ডৰ ৮০ ভাগেই চহৰবাসী আৰু ২০ ভাগে গাৱঁত বাস কৰে। কিন্তু চহৰ আৰু গাৱঁৰ সকলো সুবিধা একে। আমাৰ দেশৰ দৰে যথেষ্ট প্ৰভেদ নাই।

আমেৰিকাৰ দৰে আজি-কালি গ্ৰেট বৃটেইনৰ ডেকা-গাভৰুৱেও কম বয়সতে ঘৰ-সংসাৰ পাতে। কম বয়সতে বিয়া-বাৰু কৰাই যদিও প্ৰায়বিলাকৰে পৰিয়াল সৰু। আগৰ দিনৰ দৰে এজোৰ মানুহৰ ১০/১২ টা সন্তান আজি-কালি কামনা নকৰে। ডেকা যুৱক-যুৱতীৰ মুক্ত মিলন য'তে ত'তে চকুত পৰিছিল। পাৰ্কত, মাটিৰ তলৰ টিউব ৰেলত, চিনেমা, থিয়েটাৰ, ৰেষ্টুৰেণ্ট আদিত সাৰতি মৰম কৰি থকা ইত্যাদি পেৰিচতকৈ কিছু কম যদিও আমাৰ চকুত নপৰাকৈ থকা নাছিল। সেইবোৰ দেশত ডেকা-গাভৰুৱে যৌৱনপ্ৰাপ্ত হ'লেই প্ৰণয়ৰ পাতনি মেলে। সেয়ে অবৈধ সন্তানো শতকৰা প্ৰায় সাতজন হেনো।

পিচদিনা পুৱা ৮ বজাত ব্ৰেকফাষ্টৰ পিছত প্ৰায় নমান বজাত

এয়াৰ কণ্ডিচন বাছ এখন আহিল, লগতে গাইড এজন। প্ৰথমতে আমাৰ হোটেলৰ ওচৰতে থকা বৃটিছ মিউজিয়ামটো, লণ্ডন ইউনিভাৰচিটি, নেলচনচ্ কলম আদি দেখুৱাই টেমচ্ নৈৰ ওপৰেদি আহি আনটো পাৰত নামিলো। তাৰ ওচৰতে থকা কান্টি্ৰ হল, পাৰ্লিয়ামেণ্ট হাউচ, চেণ্ট থমাচ হস্পিটেল, ক্লক টাৱাৰ আদি চালোঁ।

লণ্ডনখন দুখন নগৰৰে গঠিত। এখন হ'ল— ৱেষ্টমিনিষ্টাৰ আৰু আনখন হ'ল চিটি অৱ লণ্ডন। গ্ৰেটাৰ লণ্ডনৰ বৰ্ত্তমান পৰিধি বাঢ়ি গৈ ৭২২ বৰ্গমাইল হৈছেগৈ আৰু এই গ্ৰেটাৰ লণ্ডনত বসবাস কৰা বৰ্ত্তমান জন সংখ্যা প্ৰায় ৮০ লাখ। প্ৰায় আধা মানুহে লণ্ডনত বাস কৰে। গ্ৰেটাৰ লণ্ডনহে মাত্ৰ টোকিঅ' আৰু নিউয়ৰ্কৰ লগত তুলনা হয়। পৃথিবীৰ আন আন দেশৰ ৰাজধানীতকৈ লণ্ডনত ফুল সৰহ। কাৰণ ইংলণ্ডবাসীয়ে ফুল ভাল পায় আৰু যত্নও লয়। ঘৰৰ আগে-পিছে ফুল ৰুবলৈ ঠাই নহলে বাহিৰৰ ফালে খিৰিকিৰ তলত বাকছতে ফুল লগোৱা দেখিছো।

লণ্ডনখন তৈয়াৰ কৰোতে কোনো প্লেন কৰি তৈয়াৰ কৰা হোৱা নাছিল হেনো। পুৰণি স্মৃতিৰ ঘৰ-দুৱাৰবোৰ ইংৰাজ সকলে ভাঙি নতুনকৈ কংক্ৰিটৰ স্কাই স্কেপাৰ (৫০।৬০ মহলাৰ ঘৰ) বনাবলৈ বেয়া পায়। কাৰণ এই পুৰণি ঘৰ দুৱাৰবোৰে একো একো সময়ৰ বুৰঞ্জী বহন কৰি থাকে। যিটো কথা আমাৰ দেশৰ মানুহৰ মনলৈকে নাহে। আমাৰ গুৱাহাটীৰ সেই সুন্দৰ টেলিগ্ৰাফ অফিছ, দীঘলী পুখুৰীৰ পাৰৰ বৰ্ত্তমান হাইকোৰ্টৰ ঠাইত থকা ইউৰোপীয়ান ক্লাবঘৰ, বৰ্ত্তমান গাৰ্লছ হোষ্টেলৰ ঠাইত থকা আৰ্ল ল কলেজ, কটন কলেজৰ এড্মিনিষ্ট্ৰেটিভ বিল্ডিঙৰ যি সৌন্দৰ্য্য, যি বুৰঞ্জী, যিটো বিল্ডিঙৰ একোডোখৰ ইটা, কাঠৰ খুটা, বেৰ, দৰজাই আজিৰ আদহীয়া মানুহৰ মনত সেই সময়ৰ স্মৃতিৰ ৰোমন্থন কৰে, সেই সময়ৰ চাৰ হেনৰি কটন, ডাঃ ডেভিড্ থমচন, ফেড্ৰিক উইলিয়াম চুড্মাৰচন, মানিক চন্দ্ৰ বৰুৱা, জগন্নাথ বৰুৱা, ড° সূৰ্য্য কুমাৰ ভূঞা,



ড° বাণীকান্ত কাকতি, ড° হিৰণ্য চন্দ্ৰ ভূঞা, পি চি ৰয় আদিৰ দৰে শিক্ষাবিদ্ সকললৈ। সেই সকলৰ মানস পটৰ পৰা, আনকি সৌ-সিদিনাৰ ডেকা কটনিয়ানৰ মনৰ পৰাও পুৰণি স্মৃতি মচি পেলোৱা হ'ল। এইবোৰ দেশবাসীৰ বাবে বৰ অমঙ্গলৰ চিন। কিন্তু ইংৰাজসকলে বিখ্যাত ঘৰবোৰ, স্মৃতি চিনবোৰ যেনে আছে থিক তেনেকৈয়ে ৰাখিছে। আনকি মহৎ ৰাজনীতিবিদ, শিক্ষাবিদ, নাট্যকাৰ, শিল্পী, সাহিত্যিকৰ কোঠাবোৰ, তেওঁলোকে ব্যৱহাৰ কৰা বস্তুবোৰ যেনে আছিল তেনেকৈ সজাই থৈছে, বুৰঞ্জীক সচক্ষে বৰ্ত্তমান আৰু ভবিষ্যতৰ নাগৰিকৰ আগত দাঙি ধৰিবলৈ। এইবোৰেই ভাৰতীয় আৰু আন আন ৰাষ্ট্ৰৰ নাগৰকিৰ মাজত পাৰ্থক্য নহয়নে?

ৱাটাৰলু ব্ৰীজৰ পৰা টেমচ্ নৈৰ দুয়োপাৰে থকা শাৰী-শাৰী বিল্ডিং, হাউচ অৱ পাৰ্লামেণ্ট আদি কেইবাটাও দৃশ্য ভালদৰে দেখা যায়। টেমচ্ নৈৰ পানীবোৰ লেতেৰা, তাত নানাধৰণৰ কাঠ, টিন, লেতেৰা বস্তু উটি যোৱা দেখিছোঁ। টেমচ্‌ৰ ওপৰত সাতখন দলং ওচৰা-ওচৰিকৈ থকা দেখিলো। আমি মানে মই, প্ৰভা, ইৰাণী বাইদেউ, বীণা আৰু ধীৰেণ বৰুৱাই প্ৰায় আটাইকেইখন দলঙেৰে খোজকাঢ়ি কেইবাবাৰো অহা-যোৱা কৰিলোঁ। অ' ক'বলৈ পাহৰিছো—লণ্ডনত প্ৰথম তিনিদিনহে আমি কণ্ডাক্‌টেদ টুৰৰ ব্যৱস্থামতে ঘুৰিলেঁা। সেইমতে লণ্ডনত আমাৰ ভ্ৰমণসূচী মাত্ৰ তিনিদিন আছিল। কিন্তু আমি কলিকতাতেই থিক কৰি গৈছিলোঁ যে আমাৰ নিজৰ নিজৰ খৰছত আৰু পাচদিন থাকিম, মুঠতে আমি আঠদিন আছিলোঁ। সেয়ে প্ৰথম তিনিদিনৰ পিচত আমাৰ দলটো ভাগ ভাগহৈ গ'ল। মাত্ৰ ধীৰেণ বৰুৱা, বীণা বৰুৱা, ইৰাণী হাজৰিকা, মিৰি হাজৰিকা আৰু আমি দুয়ো এটা দলহৈ ফুৰিলোঁ।

টাৱাৰ ব্ৰীজখনৰ কাৰুকাৰ্য্য বেচ চাবলগীয়া। যেতিয়া জাহাজ আদি পাৰ হ'ব লাগে, তেতিয়া ব্ৰীজখনৰ মাজডোখৰ সমানে দাঙি দিয়ে আৰু যেতিয়া জাহাজখন পাৰহৈ যায়, ঠিক তাৰ পিছতে



আকৌ দলঙখনৰ ওপৰেৰে গাড়ী আৰু মানুহ অহা-যোৱা কৰে। ১৮৯৪ চনতে সজা এই দলঙখন পৃথিৱী বিখ্যাত। লণ্ডনৰ প্ৰতীক হয় পাৰ্লামেণ্ট বিল্ডিঙৰ টাৱাৰ ক্লকটো নাইবা এই দলঙখন। ইয়াৰ কাৰুকাৰ্য্য গঠন প্ৰণালী সঁচাকৈয়ে প্ৰশংসনীয় আৰু চাবলগীয়া।

দলঙৰ পৰা ওপৰৰ স্পেনটোলৈ ১৫০ ফুট ওখ। আমি দেখাতে সাতখন দলং টেমচ নৈৰ ওপৰত আছে অথচ আমাৰ দেশে স্বাধীনতা পোৱাৰ পিচত ব্ৰহ্মপুত্ৰৰ ওপৰত মাত্ৰ এখন দলংহে হ'ল। কেন্দ্ৰীয় চৰকাৰৰ ওচৰত দাবী কৰিব পৰা অসমৰ বৰ্ত্তমান নেতা নাই কাৰণেই আমাৰ আজি এই অৱস্থা। সেয়ে মই অসমৰ উঠি অহা ভবিষ্যতৰ নাগৰিকক শুদ্ধ ইংৰাজী আৰু হিন্দীতে কথা কোৱাত, আৱশ্যক হলে প্ৰত্যাহ্বান কৰি অসমৰ বিভিন্ন দাবী প্ৰতিপন্ন কৰিবলৈ, ভালদৰে ইংৰাজী আৰু হিন্দীতে বক্তৃতা দিবলৈ অভ্যাস কৰিবলৈ অনুৰোধ কৰিলোঁ। কাৰণ আমি জোৰ দি কোনো কথা পাৰ্লামেণ্টত উত্থাপন কৰিব নোৱাৰো। সত্য কথাত সাহসেৰে শুদ্ধ ইংৰাজী আৰু হিন্দীতে আমাৰ দাবী প্ৰতিপন্ন কৰিব পাৰিলেই আমি কেন্দ্ৰীয় চৰকাৰৰ পৰা বহুতো আদায় কৰিব পাৰিম। তেতিয়াহে আমাক মানুহ বুলি গন্য কৰিব।

চোভিয়েট ৰাচিয়াৰ লেনিনগ্ৰেডতো এই ধৰণৰ পুৰণি দলং



আছে। কিন্তু তাৰ তলেৰে দহতলা মান ওখ জাহাজো পাৰহৈ যাব পাৰে। কাৰণ তাত লণ্ডনৰ দৰে ওখ খুটা নাই আৰু খুটা চাৰিটাৰ মাজত ওপৰৰ মুধত লোহাৰে গঠা নাই। সৌ সিদিনা অষ্টম মান শ্ৰেনীৰ ছাত্ৰ, পোন্ধৰ বছৰীয়া ভিটালী পেট্ৰোভেস্কী নামৰ ৰাচিয়ান ল'ৰা এজনে এখন নতুন দলঙৰ নমুনা তৈয়াৰ কৰি উলিয়াই সমগ্ৰ পৃথিৱীৰ ইঞ্জিনীয়াৰ সকলৰ আগত বিস্ময়ৰ সৃষ্টি কৰিলে। ভিটালী পেট্ৰোভেস্কীয়ে নিজে ডিজাইন কৰা দলঙৰ বিৱৰণতো ইয়াতে সন্নিবিষ্ট কৰি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। কিজানি আমাৰ দেশৰ যুৱকেও এই ধৰণৰ চিন্তা কৰিবলৈ উদগনি পায়েই।



ছবিত দেখাৱদৰে নৈৰ সোঁমাজতে এটা কংক্ৰিটৰ পোষ্টৰ ওপৰৰ মাজঅংশত দলংখন থাকিব ঘূৰণীয়া পেনিয়নৰ ওপৰত। যেতিয়া দৰকাৰ হয়, তেতিয়া নৈৰ পানীৰ সোঁত বৈ থকাৰ পিনে তললৈ বঠাৰ দৰে

প্লেটখন পানীত বুৰাই দিলে চেকেণ্ডত দুই মিটাৰ যোৱা পানীৰ সোঁতে ২৯০ টন ওজনৰ বলবিয়াৰিং আৰু পেনিয়নৰ ওপৰত থকা দলংখন ১০ মিনিট সময়তে ঘুৰাই দিব আৰু সেইদৰে আনটো মূৰৰ বঠাৰ দৰে প্লেটখন পানীত বুৰাই দিলে আকৌ দলংখন ঘুৰি গৈ আগৰ দৰে হব। ইয়াত ইলেকট্ৰিক কাৰেণ্ট আদিৰ একো খৰছ নাই। এইয়া হ'ল চোভিয়েট দেশৰ যুৱকৰ কথা, তেওঁলোকৰ চিন্তাধাৰা।

সেইবোৰ দেশ আৰু এটা কথাত বৰ আগবঢ়া। সেয়া হ'ল, ক্লাছ এইটৰ পৰাই ছাত্ৰ-ছাত্ৰীয়ে যিকোনো কাৰিকৰী বিদ্যা অৰ্জনৰ বাবে নতুন নতুন পথবোৰ বাছি লোৱা।

আমাৰ দেশৰ দৰে প্ৰত্যেকটো ল'ৰা-ছোৱালীয়ে জীৱনত কামত নলগা বিষয় কেইটামানলৈ কমেও গ্ৰেজুৱেট হ'বই লাগিব বুলি সেইবোৰ দেশত ব্যৱস্থা নাই। যিসকলে উচ্চ শিক্ষা ল'ব খোজে সেই সকলেহে উচ্চশিক্ষা লয়। কিন্তু বেছিভাগেই ক্লাছ এইটৰ পৰাই নিজা নিজা পচণ্ড মতে একোটা কাৰিকৰী শিক্ষা গ্ৰহণ কৰে। যি শিক্ষাই জীৱন নিৰ্ব্বাহৰ পথ মুকলি কৰে। যি শিক্ষাৰে নিজৰ, দেশৰ, দহৰ কামত লাগে। এই ভিটালী পেট্ৰোভেস্কী নামৰ পোন্ধৰ বছৰীয়া যুৱক জনে ক্লাছ এইটৰ পৰা গৈ টাৰ্নাৰৰ ট্ৰেইনিং ল'ব গৈছিল ওচৰৰে এখন ভোকেচনেল স্কুললৈ। বাটত যাওঁতে এই দলঙখন সদায় দেখি যায়— তেওঁৰ মগজুত সেয়ে নতুন চিন্তাধাৰাৰ সৃষ্টি কৰিলে আৰু তাৰেই ফলস্বৰূপে এই নতুন আৰ্হিৰ দলঙৰ জন্ম হ'ল। সেইবোৰ উন্নত দেশত



কাৰিকৰী দিশত আগবঢ়া ছাত্ৰ-ছাত্ৰীৰ, কাৰিকৰৰ মূল্য আৰু সন্মান বহুতো ওপৰত আৰু বহুতো বেছি।

আমি ভাৰতীয় সকলে এই কাৰিকৰ, দেশ নিৰ্মাতা সকলকহে আনতকৈ বেছি উচ্চ আসন দিব লাগে। যি সকল বন্ধুৱা, কাৰিকৰে



ৰাস্তা, দলং নিৰ্মান, গৃহ নিৰ্মান, বান্ধ নিৰ্মান, সৰু-ডাঙৰ উদ্যোগ নিৰ্মান, বিভিন্ন ফেক্টৰীৰ ইঞ্জিন নিৰ্মান, মেৰামত কৰা ইঞ্জিন আদিৰ ডিজাইন কৰা, যিসকলৰ জৰীয়তে দেশৰ বিভিন্ন সামগ্ৰী তৈয়াৰ হ'ব ধৰিছে। যি সকলে খেতি-পথাৰত কাম কৰি দেশবাসীৰ খাদ্যৰ যোগান ধৰিছে, তেওঁলোককহে বেছি সন্মান আৰু মৰ্য্যাদা দিব লাগে। গুণীৰ গুণৰ মূল্য দিব লাগে, উৎসাহ দিব লাগে। এইবোৰত উচ্চ-নীচ, জাতি ভেদক স্থান দিব নালাগে। গুণৰ সমাদৰ বঢ়াব লাগে। নতুন আৱিস্কাৰ, খৰছ কমোৱাৰ নতুন উপায় উদ্ভাৱন আদিত উৎসাহিত কৰিব লাগে। তেতিয়াহে আমাৰ দেশৰ যুৱকেও জীৱিকাৰ পথ নিজে নিজে উলিয়াই ল'বলৈ সমৰ্থ হ'ব। সমাজত সন্মান পাব। নিজে একোজন দেশৰ বিশিষ্ট গুণী নাগৰিকৰূপে পৰিগণিত হব।

লণ্ডন মহানগৰীৰ ঐতিহাসিক স্মৃতিচিনবোৰৰ ভিতৰত চেণ্ট পলচ্ কেথেড্ৰেলটোও বিখ্যাত। আগৰ চেক্সন আৰু নৰমান সকলৰ গীৰ্জাৰ ওপৰত প্ৰতিষ্ঠিত ইংলণ্ডৰ ভিতৰতে ডাঙৰ প্ৰোটেষ্টান ধৰ্মালম্বীৰ গীৰ্জা। আগৰ বিল্ডিংতো গ্ৰেট ফায়াৰ বোলা জুইত জাঁহ গৈছে। বৰ্ত্তমান গীৰ্জাটো ১৭১০ চনত বিখ্যাত স্থাপত্য শিল্পী চাৰ খ্ৰিষ্টোফাৰ ৱেণৰ আৰ্হিৰে নিৰ্মিত। ৩৬৫ ফুট ওখ মঠটোৱে সৈতে সুন্দৰ গীৰ্জাটোৱে টেমচ্ নৈৰ সৌন্দৰ্য্য দুগুণে ফুটাই তুলিছে।

টেমচ্ নৈৰ দক্ষিণত নগৰীৰ ওলোটা পিনে চাউথৱৰ্ক কেথেড্ৰেল। ১৩ শ শতিকাতে তৈয়াৰী এই গীৰ্জাটো চেণ্ট চেভিয়ৰৰ নামত উৎসৰ্গ কৰিছে। এই গীৰ্জাৰ কাষতে গ্লোব নামৰ থিয়েটাৰ হলতো অৱস্থিত আছিল। য'ত চেক্সপীয়েৰৰ বহুতো নাটক প্ৰথমতে অভিনীত হৈছিল। দুৰ্ভাগ্যক্ৰমে ১৬১৩ চনত এই থিয়েটাৰ হলটোও জুয়ে ধ্বংশ কৰে।

টাৱাৰ ব্ৰীজেৰে পাৰহৈ আমি টাৱাৰ অব লণ্ডন নামৰ বিখ্যাত দুৰ্গটোত সোমাই পৰিলোঁ। এই দুৰ্গটোৰ ভিতৰত বৃটিছ সাম্ৰাজ্যৰ প্ৰায় এহেজাৰ বছৰৰ পৃথিৱীৰ নানা ধৰণৰ অমূল্য ৰত্ন সম্ভাৰৰ সংগ্ৰহেৰে ভৰপুৰ হৈ আছে। তাত আছে পৃথিৱীৰ বিভিন্ন দেশত

প্ৰতিপত্তি কৰি সংগ্ৰহ কৰি অনা নানা মূল্যবান হীৰা, মুকুটা, সোণ, ৰূপ, নানা দেশ জয় কৰি অনা অসংখ্য বস্তু। সেইবোৰ ডাঙৰ ডাঙৰ কোঠাত সুন্দৰকৈ সজাই থৈছে আৰু লগে লগে প্ৰতিটো কোঠাত বিশেষ ভাবে সজ্জিত পহৰাদাৰ থৈছে, যেন কোনোৱে কতো অকণো বস্তু চুব বা নিব নোৱাৰে। সেইদৰে আকৌ প্ৰতিটো বিল্ডিঙত প্ৰবেশ কৰোতে ৫০ পেন্‌চ্ মূল্যৰ টিকত কিনিব লাগে। বেপাৰী জাতি, সকলোপিনে মাত্ৰ বেপাৰ, ধন সংগ্ৰহ। প্ৰতিবিধ বস্তুও বেচ চকুত লগাকৈ আইনাৰ বাকছত থৈছে। ৰজাৰ ৰাজকীয় গহনা, মুকুট আদি বেচি ভাগেই ৰজা-ৰাণীৰ কৰোনেচন বা ৰাজ্যাভিষেক উৎসৱ উপলক্ষে ব্যৱহাৰ কৰা। এইবোৰ সোতৰ শ শতিকাৰে পৰা বৰ্ত্তমানলৈকে সংগ্ৰহ কৰা হৈছে। সেইবোৰৰ ভিতৰত আমি দেখিলোঁ ইম্পিৰিয়েল ষ্টেট ক্ৰাউন, এই মুকুটতোৰ সোঁমাজতে ধুনীয়া ৰুবি এটা আছে, সেইটো চৈধ্য শতিকাতে বনোৱা। ১৮২০ চনত সোণেৰে তৈয়াৰী ডিচ ৰাৰমাৰ কেইবাটাও দেখিলোঁ। তাত হেনো সেই সময়ত ৰজা-ৰাণীয়ে আহাৰ কৰা বাছনবোৰ সুমুৱাই থৈ গৰম কৰি লৈছিল। ১৬৬০ চনত বনোৱা ৰজাঘৰৰ পৰা ভিক্ষা দিয়া সোণৰ ধুনীয়া কাৰুকাৰ্য্য কৰা থালখন দেখি আচৰিত হলোঁ। সোণ-ৰূপৰ নিমখ থোৱা বাচন, পানী, মদ ঢলা জগ, প্ৰথম এলিজাবেথে ব্যৱহাৰ কৰা নিমখ দানি, চেণ্ট এডোৱাৰ্ডৰ মুকুট, সোণৰ এম্পোলা আৰু চামোচ, মুকুটা খটোৱা তৰোৱালৰ সাঁফৰ আৰু হেণ্ডেল, বৃটিছ সাম্ৰাজ্যৰ পদ মৰ্য্যাদাৰ ফলি, ৰজা পঞ্চম জৰ্জে দিল্লী দৰবাৰত ১৯১১ চনত পিন্ধা ৰাজমুকুট। ৰাণী এলিজাবেথ, ৰাণী মেৰীৰ মুকুট, ১৬৬২ চনত সোণেৰে বনোৱা কেণ্ডেল ষ্টেণ্ড, কুইন ভিক্টোৰীয়াৰ সৰু মুকুট। ১৯১৪ চনত কুইন এলিজাবেথ দি কুইন মাদাৰৰ বাবে তৈয়াৰ কৰা শেহতীয়া ৰাজ মুকুট। বিখ্যাত কহিনুৰ নামৰ হীৰা ডোখৰ যাক মাউণ্টেইন অৱ লাইট নামেও জনাজাত। এই কহিনুৰ থকা মুকুটতো মহিলাই পিন্ধিলে ভাগ্য ভাল হয় আৰু পুৰুষে পিন্ধিলে দুৰ্দ্দিন আহে



বুলি তেওঁলোকে বিশ্বাস কৰে। অকল টাৱাৰ অব লণ্ডনত থকা অলঙ্কাৰ, গহনা আদি ভালদৰে চাবলৈ কেইবাদিনো লাগে। যিহওঁক আমি চাৰিঘণ্টা মানতহে প্ৰায় আটাইখিনি চালোঁ। কহিনুৰ চোৱাৰ পিছত ইৰাণী বাইদেৱে ক'লে— তালুকদাৰ এই ডোখৰ কিবা কৰি আমাৰ দেশলৈ লৈ যাব নোৱাৰিবনে? এই কথাটো প্ৰত্যেক ভাৰত-বাসীৰে মনত জাগে। অকল সেয়ে নহয়, আহোম ৰজাৰ দিনৰ ৰাজমৈদামৰ পৰা নিয়া সোণৰ অলঙ্কাৰ, অসমীয়া সোণ-ৰূপৰ গামখাৰু, জোনবিৰি, ৰূপৰ নানা তৰহৰ অলঙ্কাৰ, মুঠি খাৰু, কাণৰ কেৰু ইত্যাদি— আমাৰ সাতামপুৰুষীয়া পুথি, সাঁচি পাতৰ পুথি আদি, ভাৰতৰ আন আন ঠাইৰ বহুতো বস্তু নিছে— যাকি ভাৰতীয় কিয় পৃথিবীৰ মানুহক দেখুৱাই দিনে হাজাৰ হাজাৰ পাউণ্ড উপাৰ্জ্জন কৰিব ধৰিছে।

এটা ৰঙা, হালধীয়া ধুনীয়া পোচাক পৰিহিত যাঠিধাৰি মিলিটাৰী গেৰিচনৰ তত্বাৱধানত এই টাৱাৰতো আছে। এই গেৰিচন বাহিনীৰ সুন্দৰ পোচাক চাবলৈও বহুতো দৰ্শক আহে। আমি চাবলৈ যাওঁতে টিকট কাটি লম্বা শাৰী পাতি সোমাইছিলোঁ। সেইবোৰ দেশৰ পৰিপাতি ব্যৱস্থাবোৰ দেখি বৰ ভাল লাগিছিল।

এই টাৱাৰ অব লণ্ডন এসময়ত হেনো বিখ্যাত জেল আছিল। বহুতো বিখ্যাত অবিখ্যাত লোকে এই টাৱাৰৰ চাৰিবেৰৰ মাজত বহুদিন অতিবাহিত কৰিছিল।

এতিয়া আমাৰ গুৱাহাটীৰ জেলটোও হেনো তুৰলৈ নিব বিচাৰিছে। যদি সেয়ে হয়, তেন্তে সেই জেলৰ ঠাইখিনিত ভালদৰে পৰিকল্পনা কৰি মিউজিয়ম এটা প্ৰতিষ্ঠা কৰিব নোৱাৰিবনে? য'ত প্ৰথমতে আৱিষ্কাৰ হোৱা গ্ৰামোফোন, চাইকেল, মটৰগাড়ী, ৰেলগাড়ী, এৰোপ্লেন, চিলাইকল, ৰেডিঅ'. ঘড়ী, আমাৰ অসমৰ পুৰণি তাতঁশাল, ঢেকী আদি থৈ পৰিবৰ্ত্তনশীল জগতৰ বস্তুবোৰ ভবিষ্যতৰ নাগৰিকক দেখুৱাবলৈ সংগ্ৰহ কৰিব নোৱাৰিবনে?

বেঙ্ক অৱ ইংলেণ্ডৰ বিল্ডিংটোৰ কাষতে ৰয়েল এক্সেঞ্জ বিল্ডংটো আছে। টেমচ্ নৈৰ ওপৰত থকা ৱেষ্টমিনিষ্টাৰ আৰু লেমব্ৰেথ দলঙ দুখনো বেচ চকুতলগা।



লেমব্ৰেথ দলঙৰ পৰাও হাউচ অৱ পাৰ্লামেণ্টৰ দৃশ্য বৰ আকৰ্ষনীয়। তলেৰে সৰু সৰু জাহাজ, ওপৰেৰে মটৰবোৰ নানান ব্যস্ততাৰে গৈ আছে। ব্ৰীজৰ ওপৰেৰে দুমহলীয়া ৰঙা চিটিবাছ বোৰ বিভিন্ন ৰুটেৰে গৈ আছে, কোনো হাই উৰুমি বা হৰ্ণ নবজোৱাকৈ। ইউৰোপৰ বিভিন্ন দেশত দেখা চিটিবাছবোৰৰ ৰং, বাছৰ বডীৰ আকাৰ সকলো একে ধৰণৰ। আমাৰ দৰে বিভিন্ন মেক, বিভিন্ন ৰঙ নাই। আমাৰ মানে মই বোম্বাইৰ বাহিৰে আন আন মহানগৰীৰ বাছবোৰৰ কথাহে কৈছো। সেইবোৰ দেশত আমাৰ দৰে "যাব দিয়ক" "ৰ'ব লেডিজ নামি আছে" উজান বজাৰ, ফাঁচি বজাৰ আদি বুলি বিকট চিঞৰ মৰা, লেতেৰা পোচাকৰ মানুহবোৰ নাই। মাত্ৰ ভাৰালোৱা মানুহজনে কাষে কাষে গৈ টিকট দি ভাৰা লয়। যদি আপুনি অনুৰোধ কৰে আপোনাক থিক ঠাইত, থিক ষ্টপেজত



মনত কৰি নমাই দিব। ডেনমাৰ্কৰ কোপেনহেগেনৰ বাছত আকৌ মাত্ৰ বাছ ড্ৰাইভাৰজনহে আছে। টিকট দিয়া মানুহো নাই। ড্ৰাইভাৰৰ কাষত থকা দৰজাৰে উঠা-নমা কৰিব লাগে। কাষতে তিনিফুট মান ওপৰত পইচা ভৰোৱা ঘুৰণীয়া বাকছতোত যাত্ৰীয়ে নমাৰ সময়ত তাতে নিজৰ নিজৰ ভাৰাতো ভৰাই দি থৈ যায়। আমি এদিনীয়া মানুহে ড্ৰাইভাৰক সুধিহে ভাৰাৰ পইচা সুমুৱাই দিছিলোঁ। সেইবোৰ দেশৰ পৰা বহুতো শিকিবলগীয়া কথা আছে। তেওঁলোকৰ দেশত বেয়া দিশো আছে, তালৈ চকু নিদিলেই আপুনি ভাল কথাবোৰহে বুটলি আনিব পাৰে।

জাপানৰ টোকিঅ' মহানগৰীৰ এটা ব্যস্ত ৰাস্তাৰ চাৰি আলিত খোজ কাঢ়ি মানুহ পাৰ হোৱা জেব্ৰা নামৰ বগা আচ কেইডালৰ কাষত হেনো এজন বুঢ়া মানুহে হাতত বগা লাঠিলৈ সদাই পুৱা আৰু গধূলী স্কুল বহা আৰু চুটিৰ সময়ত সৰু সৰু ল'ৰা-ছোৱালীৰ জাকক ৰাস্তাটো পাৰ হোৱাত সহায় কৰি দিয়ে। তেওঁক সোধাত ক'লে—"মই এতিয়া অৱসৰ প্ৰাপ্ত বিষয়া, মই কৰ্মথ হৈ শৰীৰটোক তঙাই ৰখাৰ লগতে দেশৰ প্ৰতি মোৰ কৰ্ত্তব্য কৰিছোঁ।" এইবোৰেই প্ৰকৃত মানুহ নহয়নে? যাক মানুহ বুলি ক'ব পাৰি। আমি দেখাতহে, কিন্তু দৰাচলতে আমি আমাৰ জীৱনত প্ৰকৃত মানুহৰ কাম কিমান কৰিছোঁ? দেশৰ অকনিহঁতৰ প্ৰতি, বাই-ভনী, আইৰ কাৰণে। বেমাৰী-ৰুগীয়া, নিজৰ দেশবাসীৰ মঙ্গলৰ কাৰণে কিমান ত্যাগ কৰিছোঁ?

সেয়ে সদায় লোকৰ ভালটোহে অনুকৰণ কৰিব লাগে। বেয়া দেখিলেও মন দিব নালাগে।

আন এজনৰ চকুদুটা চাওঁক— মোৰ দাদা শ্ৰীসুবোধ তালুকদাৰ ১৯৬৪ চনত এমেৰিকালৈ ট্ৰেইনিঙত গৈছিল। তাত মিলওৱাকী চহৰৰ টেকনিকেল কলেজ এখনৰ শিক্ষক এজনে ভাৰতৰ পৰা বিশেষকৈ অসমৰ পৰা ইঞ্জিনীয়াৰ এজন তেওঁলোকৰ কলেজলৈ যোৱা বুলি

গম পাই দাদাক লগ ধৰিলে। তেওঁহেনো ২য় মহাসমৰৰ সময়ত অসমৰ দীনজানত আছিল। তেওঁৰ কমলৈ দাদাহঁতক মাতি লৈ গ'ল আৰু তেওঁ তোলা তিনিখন অসমৰ ফটো দেখুৱালে। তিনিওখন ফটোৱে ডিব্ৰুগড় টাউনত তোলা—এখন হৈছে, কুষ্ঠৰোগী এজনৰ হাত দুখনৰ আঙুলী প্ৰায় নায়েই, আনখন হৈছে দুজনী সৰু ভিক্ষাৰী ছোৱালী গাত ফটা-চিতা কাপোৰ আৰু তৃতীয় খন হৈছে এখন বাছত প্ৰায় ৭/৮ জন মান মানুহ ওলমি গৈছে। খুব গৰ্ব্বেৰে শিক্ষকজনে ছবিবোৰ দেখুৱালে।

দাদাই বৰ দুখ পালে আৰু শিক্ষক জনক ক'লে—"আপোনাৰ মতে এয়েই ভাৰতবৰ্ষ। কিন্তু মোৰ মতে আপোনালোকৰ এমেৰিকা কি জানেনে? এমেৰিকা হৈছে বিখ্যাত ৱাচিনটন মেমোৰিয়েল, লিঙ্কন মেমোৰিয়েল, লিবাৰ্টি ষ্টেচু, হোৱাট হাউচ আদি। এই আটাইবোৰৰে ফটো মই লৈছো। মোৰ নিজা এলবামত থ'বলৈ, মোৰ ঘৰত পৰিয়ালক, মোৰ বন্ধু-বান্ধৱক দেখুৱাবলৈ। মই কিন্তু আপোনালোকৰ নিউ অৰ্লিন্সৰ ব্ৰাৰন ষ্ট্ৰিটত নিশা কি হয় তাৰ ফটো লোৱা নাই, নিউয়ৰ্ক বা *চিকাগোৰ নাইট* ক্লাৱত উলঙ্গবোৰৰো ফটো লোৱা নাই। এজনে চাব পৰা বক্স চিনেমাৰ ফটোও লোৱা নাই, কিয়নো মোৰ মতে সেইবোৰ এমেৰিকা নহয়।" তাৰ পিচত লাজতে প্ৰিন্সিপালে হেনো লগে লগে সেইবোৰ ফটো আঁতৰাবলৈ প্ৰফেচৰ জনক অনুৰোধ কৰিলে।

মোৰ নিজৰ ধাৰণা, বিদেশ কিয় স্বদেশতো ভ্ৰমণকালত ভাল বস্তুৰ প্ৰতিহে চকু দিব লাগে। মনটো মুকলি আৰু সুন্দৰৰ প্ৰতি আকৰ্ষণ থাকিলেহে সহস্ৰ জনৰ মাজত ধুনীয়া, স্বাস্থ্যবান ল'ৰা-ছোৱালী, ডেকা গাভৰু, বুঢ়া-বুঢ়ীহাল আপোনাৰ চকুত পৰিব। পুৱাৰ সূৰ্য্যোদয়, গধূলীৰ সূৰ্য্যাস্ত, নীল আকাশত নানা ৰঙৰ মেঘৰ খেলা, প্ৰকৃতিৰ ন-ন ৰূপ, নৈ, জান-জুৰি আদি আপোনাৰ চকুত পৰিব আৰু লগে লগে সেইজনলৈ মনত পৰিব, যিজন এইবোৰৰ



গৰাকী, যাৰ অসীম কৰুণাত আমি এই সুন্দৰ পৃথিৱীখন উপভোগ কৰিব পাৰিছোঁ।

আচল কথাৰ পৰা বহুতুৰ আঁতৰি আহিলোঁ, ক্ষমা কৰিব নিশ্চয়। হাঙ্গাৰফোৰ্ড ব্ৰীজৰ ওপৰেৰে চেৰিংক্ৰছৰ পৰা বেললাইনটো টেমচনৈ পাৰ হৈ গৈছে। লেম্বব্ৰেথ ব্ৰীজৰ পৰা ৱাটাৰলু ব্ৰীজখনো বৰ ধুনীয়া দেখি। তাৰ অলপ দূৰৈত ৰয়েল ফেষ্টিভেল হল, কুইন এলিজাবেথ হল আদি নতুন নতুন ডিজাইনেৰে সজা বিভিন্ন বিল্ডিং



দেখা পালোঁ। হাউচ অৱ পাৰ্লামেণ্ট বিল্ডিংতো প্ৰায় একশতিকাৰ আগতে তৈয়াৰী। তাৰ গঠন প্ৰণালী, সৌন্দৰ্য্যক আজিও কোনো নতুন বিল্ডিঙে চেৰ পেলাব পৰা নাই। ক্লক টাৱাৰটোত থকা বিগ্‌বেন নামৰ প্ৰকাণ্ড ঘড়ীটোৰ কথা পৃথিবীৰ সকলো দেশৰ মানুহে

জানে। এই হাউচ অৱ পাৰ্লামেণ্টৰ কাষৰে পৰা মই কিছু স্লাইড্, কিতাপ, কেমেৰাৰ ফিল্ম কিনিলোঁ। সেইবোৰ ঠাইত টুৰিষ্টৰ বাবে আৱশ্যকীয় সকলো বস্তু ব'তে ত'তে পাই, সেয়ে বৰ সুবিধা। টুৰিষ্টৰ গাইড বুক, কেমেৰাৰ নানা চাইজৰ ৰঙীণ ফিল্ম, স্লাইড্ পিকচাৰ পোষ্টকাৰ্ড, কিতাপ, নানা ধৰণৰ বিখ্যাত বস্তুৰ মডেল ইত্যাদি। তদুপৰি প্ৰায়বোৰ দোকানতে বিদেশী মুদ্ৰা সলাই দিব পৰা ব্যৱস্থা আছে।

হাউচ অব কমনচ্ বিল্ডিঙৰ কিছু অংশ ২য় মহাসমৰৰ সময়ত হিটলাৰৰ জাৰ্মানীৰ বোমা বৰ্ষণত ধ্বংশ হৈছিল যদিও পিচত আকৌ আগৰ দৰে তৈয়াৰ কৰি ললে। ৱেষ্টমিনিষ্টাৰ হলত এসময়ত বৃটিছ সাম্ৰাজ্যৰ স্মৰণীয় বিচাৰ কিছুমান হৈছিল। সেইবোৰৰ ভিতৰত চাৰ থমাচ মোৰ, গায় ফেকচ্ চাৰ্লচ ১ক দোষী সাব্যস্ত কৰি দণ্ড বিহা হৈছিল বিভিন্ন অপৰাধত।



অলপদূৰ অহাৰ পিচত বিখ্যাত ট্ৰাফালগাৰ স্কোৱেৰৰ প্ৰকাণ্ড ফাউনটেন দুটাৰ ওচৰ পাওঁ। সেই স্কোৱেৰতো বগা, ক'লা-পখৰা ৰঙৰ পাৰৰ জাক দেখিলোঁ। মানুহবোৰে মাকৈৰ গুটি পাৰক খুওৱাত



ব্যস্ত। সেইবোৰ দেশত পাৰচৰাইক খুওৱাটোও এটা চখৰ কথা। কাষতে ১৭ ফুট ওখ লৰ্ড নেলচনৰ মূৰ্ত্তিতো আছে। এই মূৰ্ত্তিটো হেনো ফ্ৰাঞ্চৰ পৰা হস্তগত কৰা ব্ৰঞ্জৰ কামান এটা গলাই নেলচনৰ মূৰ্ত্তিটো তৈয়াৰ কৰিছিল। সম্পূৰ্ণ উচ্চতা প্ৰায় ১৮৪ ফুট মান হব। ইয়াৰ উত্তৰে নেচনেল পোৰ্টট্ৰেইট গেলাৰী আৰু উত্তৰ পুব কোনত চেণ্ট মাৰ্টিন গীৰ্জা।

ট্ৰাফালগাৰ স্কোৱেৰৰ পৰা প্ৰসস্ত পথেৰে বহুতো চৰকাৰী অফিছ পাৰহৈ আহি বিখাত হোৱাইট হলটো পালোহি। এই বিশাল ভৱনতো ১৮ শ শতিকাতে তৈয়াৰী। সেই ৰাজপথৰ সোঁমাজতে প্ৰথম আৰু দ্বিতীয় মহাসমৰৰ স্বহীদ সকলৰ স্মৃতিত এটা স্তম্ভ আছে। লণ্ডনৰ কান্টি হলতো বেচ দেখনীয়াৰ। ট্ৰাফালগাৰৰ আন এটা প্ৰসিদ্ধ বস্তু হ'ল এডমিৰেলটি আৰ্ক নামৰ বৃহৎ আকাৰৰ গেটখন।

পিচত আমি ১০ নম্বৰ ডাউনিং ষ্ট্ৰিটত থকা বৃটিছ প্ৰধান মন্ত্ৰীৰ অফিচিয়েল ৰেচিডেন্স বাহিৰৰ পৰাই চালোঁ।



পিচদিনা পুৱা বাকিংহাম পেলেচটো চাবলৈ গলো। সেই তিনিমহলীয়া প্ৰকাণ্ড ৰাজ প্ৰাসাদৰ ওপৰত ৰয়েল ষ্টেণ্ডাৰ্ড বোলা

পতাকাখন উৰি থকা দেখিলোঁ। তাৰ মানে বৰ্ত্তমানৰ ৰাণী এলিজাবেথ প্ৰাসাদত আছে। ১৭৬২ চনত এই ১৮ শতিকাৰ প্ৰাসাদটো ৩য় জৰ্জে কিনিছিল। এই প্ৰাসাদৰ সন্মুখতে কুইন ভিক্টোৰিয়াৰ মূৰ্ত্তি এটা আছে।

এই ৰাকিংহাম পেলেচৰ সন্মুখত ৫ টা ৰেজিমেণ্টে ক'লা দীঘল টুপী, ক'লা লংপেণ্ট, ৰঙা কোট পিন্ধা বন্দুকধাৰী গাৰ্ডবোৰৰ তিনি-ঘণ্টাৰ মূৰে মূৰে কৰা কুচ্‌কাৱাজ সচাঁকৈয়ে অতি সুন্দৰ দৃশ্য। এই কুচ্‌কাৱাজ চাবলৈ প্ৰায় এঘণ্টা মান আগৰে পৰা দেশী-বিদেশী ভ্ৰমণকাৰীয়ে গোটেই বাকিংহাম পেলেচৰ সন্মুখ ভাগ লোকে লোকাৰণ্য হৈ পৰে। প্ৰতি বছৰে ৰাণীৰ জন্মদিনত হেনো এই কুচ্‌কাৱাজ বৃহৎ আকাৰে হয় আৰু ৰাণীয়ে সেইদিনা প্ৰতিটো ৰেজিমেণ্টক পতাকা প্ৰদান কৰে।

পিকাডেলীৰ ওচৰৰ লাইচেচটাৰ স্কোৱেৰ নামৰ উদ্যান খনো বৰ মনোৰম কৰি সজাই থৈছে। গছ, ঘাঁহ, ফুল, বহিবলৈ বেঞ্চ আদিৰে সমগ্ৰ উদ্যানখন ইমান ধুনীয়াকৈ ৰাখিছে যে এবাৰ নোসোমালে যেন বহুতো বৈ যাব তেনে লাগিল। ইয়াক লণ্ডনৰ ব্যৱসায়ৰ মৰুভূমি মাজত ওৱেচিচ বুলি কয়। এই ব্যস্ততাপূৰ্ণ যানবাহন, চিনেমা, ৰেষ্টুৰেণ্ট আদি নানা ব্যৱসায়ৰ মাজত থকা সুন্দৰ, শান্তিৰ ঠাই। এই উদ্যানৰ মাজত চেক্সপীয়েৰৰ মূৰ্ত্তি এটাও আছে আৰু চাৰিও কোনত ৰেইনল্ড, হোগাৰ্থ নামৰ পেইণ্টাৰ দুজন দুটা হাণ্টাৰ নামৰ চাৰ্জন এজনৰ আৰু বিজ্ঞানী নিউটনৰ ককাললৈকে কৰা মূৰ্ত্তি চাৰিটা সুন্দৰকৈ সজাই থৈছে। এসময়ত হেনো তেওঁলোক এই উদ্যানৰ আশে পাশে বসবাস কৰিছিল।

এইদৰেই ইংৰাজসকলে তেওঁলোকৰ শিল্পী, সাহিত্যিক, বিজ্ঞানী সকলক তেওঁলোকৰ দেশৰ ভৱিষ্যতৰ নাগৰিক সকলৰ আগত জীৱন্ত কৰি তুলিবলৈ, তেওঁলোকৰ মহৎ আদৰ্শ আদি শিকাবলৈ যত্ন কৰি আহিছে। চকুৰ আঁৰ হ'লেই মনৰো আঁৰ হোৱা কথাষাৰ তেওঁলোকে ভালদৰে জানে।





ৱেষ্ট মিনিষ্টাৰ এৱে নামৰ বুৰঞ্জী প্ৰখ্যাত গীৰ্জাটোৰ সৌন্দৰ্য্যয়ো লণ্ডনৰ সৌন্দৰ্য্য বঢ়োৱাত সহায় কৰিছে। ১০৫০ চনত এডোৱাৰ্ড দি কনফেচৰে ইয়াক প্ৰতিষ্ঠা কৰিছিল। অতীতত ই বেনিজিক সম্প্ৰদায়ৰ সন্ন্যাসীৰ অধীনত আছিল। নানা কাৰণত সেই সম্প্ৰদায়ৰ ভাঙনৰ পিছত ৩য় হেনৰীৰ দিনৰ পৰা পুনৰ নতুনকৈ গীৰ্জাটো

প্ৰতিস্থা কৰে আৰু এই কামটো সম্পূৰ্ণ কৰোতে হেনো ৩০০ বছৰ লাগে। প্ৰথম উইলিয়ামৰ দিনৰে পৰা ইংৰাজ ৰজা ৰাণীক এই গীৰ্জাত ৰাজমুকুট পৰিধান কৰোৱা হয় আৰু ১৩০০ চনতে প্ৰথম এডোৱাৰ্ডৰ বাবে তৈয়াৰ কৰা ৰাজ্যাভিষেকৰ আসন খনেই এই গীৰ্জাৰ বাবে অতি আপুৰুগীয়া মূল্যবান সম্পদ। তাৰ তলত স্কটলেণ্ডৰ ৰজাৰ ৰাজ্যাভিষেক কৰা শিলৰ আসনখন আছে। এই গীৰ্জাটোৰ পশ্চিমফালে থকা দৰজাৰ কাষত প্ৰথম মহাসমৰৰ অজ্ঞাত সৈনিকৰ অসাধাৰণ কবৰ এটি আছে। এই কবৰটোৰ বিশেষত্ব হ'ল—প্ৰথম মহাসমৰৰ মিত্ৰ শক্তিৰ চিন হিচাবে বৃটিছ ওক গছৰ কাঠেৰে বনোৱা কফিন, ফ্ৰাঞ্চৰ পৰা ঢাকিবলৈ অনা মাটী আৰু বেলজিয়ামৰ পৰা অনা মাৰ্ব্বল শিলেৰে তৈয়াৰী কবৰ। এই গীৰ্জাটোৰ সৌন্দৰ্য্যৰ বাহিৰেও ইয়াত প্ৰাৰ্থনাৰ সময়ত পৰিবেশন কৰা সঙ্গীতো পৃথিৱী বিখ্যাত। এই গীৰ্জাৰ দৰে বিভিন্ন ধৰ্মানুষ্ঠান, ৰাজকীয় উৎসৱ, প্ৰাৰ্থনা সভা পৃথিৱীৰ আন কোনো গীৰ্জাতে নহয়। বৃটিছৰ বুৰঞ্জীত এই ৱেষ্ট মিনিষ্টাৰ এৱে গীৰ্জাৰ সৈতে আন কোনো গীৰ্জাই স্থান নাপায়। ৱেষ্ট মিনিষ্টাৰ এৱে আন গীৰ্জাৰ দৰে কোনো সম্প্ৰদায় বা আৰ্ক-বিচপৰ তলতো নাই। ই একেবাৰে স্বাধীন।




এইয়া লণ্ডনৰ বিখ্যাত পিকাডেলী চাৰ্কাছ নামৰ ঠাই।



পিকাডেলী চাৰ্কাছক কমনৱেলথৰ কৰ্মক্ষেত্ৰ বুলিও কয়। এই পিকাডেলীয়েই হ'ল লণ্ডনৰ বৰ্ত্তমান বিভিন্ন থিয়েটাৰবো কেন্দ্ৰস্থলী। নিশা এই পিকাডেলা চাৰ্কাছত থকা নানাধৰণৰ ব্যৱসায়ীক বিজ্ঞাপন লাইটেৰে সজাই তোলে। গোটেইখন এখন নানাৰঙী ৰম্যপুৰী যেন হৈ পৰে। আমাৰ এয়াৰ ইণ্ডিয়াৰ বিজ্ঞাপনখনো বৰ সুন্দৰ ঠাইত পৰিবেশন কৰিছে। তাৰ থিক ওপৰতে গ্ৰীনউইচ টাইমৰ ঘড়ীতো থকা বাবে সকলোৱে এয়াৰ ইণ্ডিয়াৰ বিজ্ঞাপনখন চাবলৈ বাধ্য হৈ পৰে। ৰাস্তাৰ সোঁমাজতে ইৰচৰ ব্ৰোঞ্জৰ মূৰ্ত্তি এটা আছে। ইয়াক হেনো ১৮৯৩ চনতে প্ৰতিষ্ঠা কৰিছিল। এই পিকাডেলীত ডাঙৰ ডাঙৰ হোটেল, ৰেষ্টুৰেণ্ট, বাৰ, থিয়েটাৰ, চিনেমা, আৰ্টৰ দোকান আদিৰে ভৰপূৰ। পৃথিৱীৰ ধনী মানুহবোৰে ইয়ালৈ আহি জুৱাখেলত হেনো বহু ধন ভাঙি থৈ যায়।

লণ্ডনৰ পুলিচবোৰক লণ্ডনবাসীয়ে মৰমতে ববী বুলি মাতে। এওঁলোকৰ দায়িত্ব আমাৰ দেশৰ পুলিচতকৈ বহুতো বেছি। যান-বাহনৰ নিয়ন্ত্ৰণৰ বাদেও সকলো ঠাইতে শান্তি ৰক্ষাকৰা, পথিকক সকলো প্ৰকাৰে সহায় কৰা। তেওঁলোক প্ৰকৃততে লণ্ডনৰ একো একোজন সুশিক্ষিত গাইড। তেওঁলোকৰ পুলিচ দেশবাসীৰ দৈনন্দিন জীৱনৰ অতি আৱশ্যকীয় সঙ্গী। তেওঁলোক ধৈৰ্য্য, সাহস আৰু ৰসিকতাৰ বাবেও বিখ্যাত। স্কটলেণ্ড ইয়াৰ্ড নামৰ ডিটেক্‌টিভ বাহিনীয়ো পৃথিৱী বিখ্যাত।

লণ্ডনৰ সৰু সৰু আওহতীয়া ৰাস্তা কিছুমানত ফলবেচা দোকান কিছুমান দেখিলোঁ—আমাৰ দৰে চাৰিচকীয়া ঠেলা গাড়ীৰ দৰে, কিন্তু এঠাইতে বৈ নানাধৰণৰ টাট্‌কা ফলবোৰ বেচে। গাড়ীখনৰ চাৰিও-ফালে সেউজীয়া বনৰ দৰে বোধকৰো কাঠৰ নাইবা প্লাষ্টিকৰ নকলি ঘাঁহ লগাই থৈছে। দেখিলেই মনটোও সেউজীয়া হৈ উঠে আৰু ফলবোৰ যেন এইমাত্ৰ ছিঙি আনি থৈছে তেনে লাগে। আমাৰ দেশতো তেনেকৈ সজাব নোৱাৰিনে?

হাইড্ পার্ক নামৰ বিখ্যাত উদ্যানখনত আকৌ এটা নতুন বস্তু দেখিলোঁ। চাবোনৰ খালী কাঠৰ বাকছৰ ওপৰত উঠি কেইবাজনেও যিকোনো বিষয়ৰ ওপৰত বক্তৃতা দিব ধৰিছে আৰু তেওঁলোকক আগুৰি প্ৰায় ৫০/৬০ জনমান মতা-তিৰোতাই শুনি আছে, তেওঁলোকে মাজে মাজে প্ৰশ্নও কৰিছে। তাতে হেনো বৃটিছ চৰকাৰ বা ৰজা-ৰাণীৰ মুণ্ডপাত কৰিলেও একো দায় নাই আৰু আমি শুনা মতে বহুতো বৃটিছ নেতা-মন্ত্ৰীয়েও এদিন এই হাইড্ পাৰ্কতে বক্তৃতা দিয়া অভ্যাস কৰিছিল। উদ্যানৰ বেৰত দেখিলোঁ ইংৰাজ পেইণ্টাৰৰ নানা ধৰণৰ ধুনীয়া ধুনীয়া পেইন্টিং ওলোমাই বিক্ৰী কৰিব ধৰিছে। এঠাইত দেখিলোঁ কম মানুহ অহা-যোৱা কৰা ফুট পাথত সুন্দৰ ছবি আঁকি থৈ দিছে আৰু শিল্পীজনৰ টুপিতো ওলোটা কৰি থৈ দিছে আৰু সেই টুপিত সেই দেশৰ মানুহে সৰু সৰু মুদ্ৰা কিছুমান দি শিল্পীজনক সহায় কৰিছে। আমাৰ দেশৰ দৰে চৰকাৰী, বেচৰকাৰী ঘৰ-দুৱাৰ, ৱালত লিখা বা চিনেমা, মিটিং বা ৰাজনৈতিক নেতাৰ ভোটৰ বাবে ছপোৱা পোষ্টাৰ ক'তো লগোৱা নেদেখিলোঁ। ইউৰোপৰ এখনো দেশত, কাৰো ঘৰত, ৱালত কতো লিখা বা পোষ্টাৰ লগোৱা নেদেখিলোঁ। আমি কিয় এই বেয়া দোষৰ বশৱৰ্ত্তী হৈছোঁ ক'ব নোৱাৰোঁ। আমি নিজৰ ঘৰখন যিদৰে পৰিষ্কাৰ হৈ থকাটো বিচাৰো সেইদৰে নিজৰ চহৰখন, দেশখনো পৰিষ্কাৰ পৰিচন্ন হৈ থকাটো বিচাৰিব লাগে। এইবোৰ কথা সৰুতে স্কুলৰ পাঠ্য-পুথিৰ মাধ্যমেৰে ভৱিষ্যতৰ নাগৰিকক শিকাব লাগে। হাইড্ পাৰ্কৰ মাজলৈ যাওঁতে অৱশ্যে জোৰে-জোৰে ডেকা-গাভৰুক সেউজীয়া ঘাঁহনীত বাগৰি থকা দেখিলোঁ। আমাৰ চকুত পৰিছিল যদিও সেই সময়ত সিহঁতক চাবলৈ আমাৰ সময়ো নাছিল, আকৰ্ষণো নাছিল। কাৰণ ইউৰোপৰ প্ৰায় ঠাইতে এইবোৰ দৃশ্য দেখি দেখি লাহে লাহে চকুত নপৰা হৈ আহিছে। হাইড্ পাৰ্কৰ মাজেৰে কেইবাটাও পকী ৰাস্তা গৈছে। এঠাইত দেখিলোঁ ৰাস্তাৰ দুয়োফালে দুটা কংক্ৰিটৰ



পোষ্টৰ ওপৰত দুটা নকলী ৰাজমুকুট। মানুহবোৰে পোষ্টটোত পিঠিখন লগাই মূৰটো মুকুটত লগাই দিয়ে আৰু দূৰৈৰ পৰা ফটো ললে মানুহজনে যেন ৰাজমুকুটটো পিন্ধিছে তেনে লাগে। সেই নিশা অৰ্থাৎ ৪ অক্টোবৰ সন্ধিয়া ৮ বজাত আমি এমবেচেদৰ থিয়েটাৰত 'মাউচ্ ট্ৰেপ' নামৰ থিয়েটাৰখন চালোঁ। আমি চোৱা সময়লৈকে মানে ১৯৭১ চনলৈকে ১৮ বছৰ বিৰতিহীন ভাবে চলি আছে। সুন্দৰ নাটক, ইতিমধ্যে সেই নাটকৰ অভিনেতা-অভিনেত্ৰীও বোধকৰো ভালেকেইজন সলনি হৈ গৈছে। বেচ ভাল লাগিল নাটকখন চাই।



লণ্ডনৰ পোষ্ট অফিছ টাৱাৰতো এটা প্ৰকাণ্ড লাইটহাউছ যেন

লাগে। কিন্তু ই সাগৰৰ পাৰত বা মাজত নাই, আছে লণ্ডন মহানগৰীৰ সোঁমাজতে। এই টাৱাৰতো অকল লণ্ডনৰেই নহয়, সমগ্ৰ গ্ৰেটবৃটেইনৰ ভিতৰতে ওখ বিল্ডিং। ১৯৬৬ চনৰ মে মাহত জনসাধাৰণৰ বাবে মুকলি কৰি দিছে। টাৱাৰৰ একেবাৰে মূৰত থকা শীৰ্ষবিন্দুটোলৈকে উচ্চতা হ'ল ৬২৫ ফুট। ইয়াৰ মাইক্ৰোৱেভৰ ব্যৱস্থা সমগ্ৰ গ্ৰেটবৃটেইনৰ লগতে জড়িত হৈ আছে। দুখন বিশেষ ধৰণৰ লিফ্‌টেৰে ভ্ৰমণকাৰী যাত্ৰীসকলক লণ্ডনৰ দৃশ্য উপভোগ কৰা ঘূৰণীয়া কোঠাটোলৈ লৈ যায়। তাৰ পৰা বাইনেকুলাৰ যোগে লণ্ডনৰ দৃশ্য উপভোগ কৰিব পাৰি। এই লিফ্‌টখনে হেনো এহেজাৰ ফুট উঠোতে মাত্ৰ এক মিনিট সময় লাগে। ইউৰোপৰ ভিতৰতে ই অতি বেগী লিফ্‌ট। লিফ্‌টখনত একেলগে প্ৰায় পশিচ ত্ৰিশ জন মান যাত্ৰী যাব পাৰে। উঠা মাত্ৰকে কানদুখন বতাহৰ হেচাত গুম্‌ গুমাই উঠে। দৃশ্য উপভোগ কৰা কোঠাটোলৈ যাওঁতে আমাৰ মাত্ৰ ৬৪ চেকেণ্ড সময় লাগিছিল। ওপৰৰ কোঠাত এখন সুন্দৰ ৰেষ্টোৰা আছে, তাত বহি নানাধৰণৰ খাদ্যৰ জুতিলৈ থকা অৱস্থাত গোটেই কোঠাটো লাহে লাহে ঘূৰিবলৈ ধৰে আৰু তাৰ পৰাই দৃশ্য চাব আটাইতকৈ ভাল। দৃশ্য উপভোগৰ মুঠ তিনিটা কোঠা আছে।

এই পোষ্ট অফিচ টাৱাৰ চাবলৈ আমাৰ দলৰ মাত্ৰ মই, মোৰ পৰিবাৰ প্ৰভা, ধীৰেন্দ্ৰধৰ বৰুৱা, বীণা বৰুৱা আৰু ধীৰেণৰ দাদা শ্ৰীব্ৰজেন বৰুৱা আৰু তেওঁৰ ইংৰাজ স্ত্ৰী মিচেচ পেট্ৰিছিয়া বৰুৱা আৰু ছোৱালী দুজনী মিচ্‌ মাইকেলা আৰু মিচ্‌ এঞ্জেলা গৈছিলো। তেওঁলোক থাকে বাৰ্মিংহামত। ধীৰেণে আগতে খবৰ দিয়া বাবে সেইদিনা পুৱা ১০ মান বজাত আহি আমাক কেলিংওৱাৰ্থ হোটেলত লগ ধৰে। আমি সেই আঠদিন লণ্ডনত থাকোতে লণ্ডনত বাস কৰা বহুতো অসমীয়া ল'ৰা-ছোৱালী, পৰিয়ালে, আমাক লগ ধৰিছিল। দেশৰ, অসমৰ, খবৰ বা-বতৰা লৈছিল আৰু লণ্ডনৰ চাবলগীয়া ঠাইবোৰৰ বিষয়ে আমাক নানা উপদেশ দিছিল।



বহুদিনৰ মূৰত ধীৰেণহঁতক পাই নানাধৰণৰ গল্প ওলাল। সৰু ছোৱালীজনীৰ বয়স বোধকৰোঁ ৫-৬ বছৰ মান হব। তাইক ইমান মৰম লাগি গ'ল যে তাইয়ো শেষত মোৰ লগত খেলিবলৈ লাগিল, তাইক মই মোৰ আঠুৰ ওপৰত বহুৱাই ঘোঁৰাত উঠোৱা, হাতীত উঠোৱা আদি খেলি থাকোতে হঠাতে তাইৰ ডাঙৰ বায়েক বোধকৰো ১০/১২ বছৰ মান হব, তাই মোৰ ফালে পিচুৱাই পিচুৱাই আহি মোৰ আঠুৰ ওপৰতে বহি গ'ল। তাৰ মানে তাইকো ঘোঁৰাত উঠোৱা, হাতীত উঠোৱা কৰিব লাগে। পিছত সিহঁতৰ দেউতাকে ক'লে যে সিহঁতদুজনী আৰু তেওঁৰ ঘৈনীয়েক এই প্ৰথম বাৰৰ বাবে লণ্ডনলৈ আহিছে আৰু সিহঁতে আজি যেনেতেনে পোষ্ট অফিছ টাৱাৰত উঠিব বুলি ঘৰতে থিক কৰি আহিছে। সেয়ে আমি আটায়ে পোষ্ট অফিছ টাৱাৰ চাব ওলালোঁ খোজকাঢ়ি। কাৰণ আমাৰ হোটেলৰ পৰা প্ৰায় দুই ফালং মান বাট। বাটত যাওঁতে সৰু ছোৱালীজনীয়ে তাইৰ মাকৰ হাতত আৰু মোৰ হাতত ধৰি ভেকুলী জাপ মাৰি মাৰি গৈছিল। মাজতে মই এবাৰ তাইক কোলাত লোৱাত মাকে কৈছিল। 'এঞ্জেলা তুমি ইমান লাকী।' তাইৰ কথা-বতৰা, চাল-চলন আৰু আমাৰ লগত ইমান কম সময়তে যেনেকৈ মিলি গ'ল ভাবিলে আচৰিত লাগে। সেই ফুলৰ দৰে শিশু দুটিলৈ মোৰ এতিয়াও মনত পৰি থাকে। এই টাৱাৰটোৰ যোগদি বহুদূৰলৈ কৰা টেলিফোনবোৰ মাইক্ৰোৱেভ যোগে পঠিয়ায়। তাৰোপৰি 'বিবিচি'ত টেলিভিচনৰ ৪০ টা চেনেলত ৰঙীন টেলিভিচনৰ ছবি ইয়াৰ পৰা প্ৰচাৰ কৰে। ই এতিয়া ১,৫০,০০০ টেলিফোন একেলগে দূৰ দেশলৈ পঠিয়াব পাৰে। তাৰোপৰি চেটিলাইট যোগে ইয়াৰ পৰাই বাতৰি পঠিওৱা আৰু টেলিফোনৰ ব্যৱস্থা কৰিছে।

মাইক্ৰোৱেভ আমি চকুৰে দেখা পোন পোহৰৰ দৰেই খুব ক্ষীণ আচৰ নিচিনাকৈ পোন ভাবে গতি কৰে। ইয়াৰ দূৰত্ব ২৫ ৰ পৰা ৩০ মাইলৰ ভিতৰত আৰু আগতে তাক বিলে ষ্টেচনে ধৰিব

লাগিব। সেয়ে এই টাৱাৰটোৰ উচ্চতা যথেষ্ট কৰা হৈছে, যেন ভৱিষ্যতে ওখ স্কাইস্কেপাৰ বিল্ডিংবোৰ হলেও কোনো অসুবিধা নহয়।



ই বতাহৰ কোব বেচি পাব কাৰণে মাটিত পোত খোৱা অংশ আগতে কংক্রিটৰ ঢালাই কৰি ৩০০০ টন স্লেবেৰে মজবুত কৰি লোৱা হৈছে আৰু মাটিৰ ২১ ফুট তলৰ পৰা গাঠি আনিছে। মুঠ ১৩,০০০ টন তীখা, কংক্রিট আৰু আইনাৰে এই টাৱাৰতো সজা হৈছে। এই টাৱাৰতো সজাওঁতে তেতিয়াৰ দিনতে ২½ মিলিয়ন পাউণ্ড খৰছ হৈছিল। ই পৃথিৱীৰ ভিতৰতে মাইক্রৱেভ আৰু টেলিফোনী ব্যৱস্থাৰ অত্যাধুনিক কেন্দ্ৰৰূপে পৰিগণিত হৈছে।

মাজতে এদিন আবেলি আমি অক্সফোর্ড ষ্ট্রীটত থকা এটা ডলফিনৰ খেলা দেখুওৱা ঘৰলৈ গৈছিলোঁ। ঘৰৰ ভিতৰত থকা ডাঙৰ চুইমিং পুল এটাৰ চাৰিওপিনে কাঠৰ গেলাৰীত দৰ্শকৰে ভৰা।



প্ৰায় এঘণ্টামান সময়ত দুটা ডলফিনৰ লগত পানীৰ মাজত এবাৰ ৰবৰৰ বল এটা লৈ, এবাৰ গাভৰু ছোৱালী এজনীৰ লগত, এবাৰ দুটা পেঙগুইনৰ খেল দেখুৱালে। লণ্ডনত দৰ্শকৰো অভাৱ নাই, ব্যৱসায়ৰো শেষ নাই।




ইংলেণ্ডৰ মেডাম টুচেদৰ মমেৰে তৈয়াৰী নানা জনৰ মূৰ্ত্তিৰ অপূৰ্ব্ব সৃষ্টি দেখিলে অবাক হব লাগে। মেডাম টুচেদে হেনো ছবছৰ বয়সতে তেওঁৰ জাৰ্মান চুইচ খুৰাকক লগ ধৰিবলৈ পেৰিচলৈ যায়। নবছৰ

বয়সতে অৰ্থাৎ ১৭৭০ চনত মমেৰে তৈয়াৰ কৰি সম্পূৰ্ণ মানুহৰ আকাৰত নানাজনৰ মূৰ্ত্তিৰে পেৰিচত এখন প্ৰদৰ্শনী পাতে। তাৰ পিছত নানা বিপদ-আপদ, ঘাট-প্ৰতিঘাটৰ সৈতে সংগ্ৰাম কৰি ১৮০২ চনত ফ্ৰাঞ্চ এৰি ইংলণ্ড পায়। কিন্তু তেওঁৰ গিৰিয়েক পেৰিচতে থাকি যায়। ইংলেণ্ডবাসীৰ উৎসাহেৰে বৃদ্ধহৈ তেওঁ ৮১ বছৰ বয়সলৈকে নানা দেশৰ, নানা দিশত বিখ্যাতলোক সকলৰ মমেৰে মূৰ্ত্তিবোৰ তৈয়াৰ কৰি প্ৰদৰ্শনী পাতে আৰু এতিয়া স্থায়ী প্ৰদৰ্শনী মণ্ডপত পৃথিৱীৰ হেজাৰ হেজাৰ দৰ্শকে এই মহান শিল্পীগৰাকীৰ অপূৰ্ব্ব শিল্প সম্ভাৰ-বোৰ দেখি স্তম্ভিত হৈ যায়। এতিয়া সেই প্ৰদৰ্শনীৰ যোগেদি বৃটিছ চৰকাৰে বছৰে কেবা লাখো পাউণ্ড উপাৰ্জন কৰি আছে। ১৮৫০ চনত এই শিল্পীগৰাকীৰ বিয়োগত পৃথিৱীয়ে এগৰাকী মহান শিল্পী হেৰুৱালে, যাৰ সমকক্ষ শিল্পী আজিও ওলোৱা নাই।



১৭৬৫ চনত তৈয়াৰী, ১৫ লুইচৰ মিষ্ট্ৰেচ, ২২ বছৰীয়া মেডাম ডুবেৰীক শুই থকা অৱস্থাত দেখি মোহিত হৈ তেওঁ তৈয়াৰ কৰা মূৰ্ত্তি। আমাৰ বুকুখন উশাহ ল'লে যেনেকৈ উঠা-নমা কৰি থাকে, থিক



তেনেকৈ উঠানমা কৰে। হয়তো সৰু পাম্প এটা বুকুতে বহুৱাই দি থৈছে। ওচৰলৈ গৈ কান পাতি শুনি চালো, নাকেৰে ফুচ্ ফুচাই আছে, বুকুখন উঠা-নমা কৰি আছে, একেবাৰে সুন্দৰকৈ শুইথকা অৱস্থাত এগৰাকী সুন্দৰী তিৰোতা। তাইৰ নাম দিছে "The Sleeping Beauty"। এই ধৰণৰ নানা ৰজা-মহাৰজা, কুইন এলিজাবেথ ২য়, চাৰ্চিল, জন কেনেডি, পোপ পল ৬ষ্ঠ, ৰজা ৰিচাৰ্ড ৩য়, চাৰ্লচ ডিকিনচন, জৰ্জ বাৰ্নাড শ্ব, জেনেৰেল ডি-গল, চিনেমা তাৰকা বাৰ্ডট, টুইগী, গায়ক টম্ জনচ্, জোনলৈ যোৱা এস্ত্ৰনট দুজন, কুইন ভিক্টোৰিয়া, মহাত্মাগান্ধী ইত্যাদি। এটা কোঠাত আকৌ ২য় মহাসমৰত বৃটিছে জাৰ্মানীৰ ক'ত বোমাবৰ্ষন কৰিছিল তাকো মডেল আৰু প্ৰজেক্টৰৰ সহায়ত শব্দ কৰি দেখুৱাই আছে। তাৰ দ্বাৰাই ২য় মহাসমৰত বৃটিছ সৈন্যবাহিনীৰ বিজয় গৰ্ব্ব প্ৰচাৰ কৰি আছে। তাৰোপৰি ট্ৰাফালগাৰৰ যুদ্ধ, চেমবাৰ অৱ হৰৰৰ্চ নামৰ কোঠা কেইটাত থকা, বিভিন্ন অপৰাধৰ অপৰাধী শাস্তি আদি মমেৰে মূৰ্ত্তি তৈয়াৰ কৰি থৈছে। চেম্বাৰ অৱ হৰৰৰ্চৰ কোঠাকেইটাত ১৭৯৩ চনৰ মাৰাট নামৰ গুপ্তঘাতক, ১৯৬৩ চনৰ প্ৰেচিডেণ্ট কেনেডিক হত্যা কৰা অচোৱাল, ১৮২৯ চনৰ লাভখোৰ বাকি আৰু হেৰি, ১৮৫৬ চনত ঘৈণীয়েক, ভায়েক আৰু এজন বন্ধুক বিহ খুৱাই মৰা পালমাৰ, ১৯২২ চনত ২৮৪ গৰাকী তিৰোতাক প্ৰতাৰণা আৰু ৯ গৰাকীক হত্যাকাৰী লেনড্ৰুৰ আদি নানা জনৰ মমেৰে তৈয়াৰী মূৰ্ত্তি সজাই থৈছে। প্ৰত্যেকটো মূৰ্ত্তি ইমান নিখুট যে নিজৰে সন্দেহ হয় কাষতে থিয় হৈ থকা জন আচল নে নকল। আমি চাই থাকোতে প্ৰায় ছফুটমান ওখ যুৱক এজনে ডি গলৰ মূৰ্ত্তিৰ সন্মুখত থিয় হৈ বণ্ডা চোলা আৰু পেণ্ট পিন্ধি একেথৰে চাই থকা দেখি আমি আহি ডি গলৰ মূৰ্ত্তিটোৱাৰ পিছতে তেওঁলৈ চালোঁ। সেই যুৱকজনে আমাৰ ভুলটো ধৰিব পাৰি লাহেকৈ আঁতৰি গ'ল। আমাৰ বৰ লাজ লাগি গ'ল। এটা কোঠাৰ এচুকত মেডাম টুচেদৰ নিজা মূৰ্ত্তি এটাও মমেৰে তৈয়াৰ কৰি থৈছে। দেখাত তেনেই সাধাৰণ, কিন্তু

কিযে প্রতিভা আছিল সেই গৰাকী মহান শিল্পীৰ। মেদাম টুচেদৰ অপূৰ্ব্ব মূৰ্ত্তিবোৰ চাই ওলাই আহি আমি কাষতে থকা লণ্ডন প্লেনাটৰিয়ামত সোমাই পৰিলোঁ।



এইয়া লণ্ডনৰ প্লেনাটৰিয়মৰ ভিতৰত থকা একলাখ বৃটিচ পাউণ্ড খৰছ কৰি জাৰ্মান জেইচি প্ৰজেক্টৰৰ দ্বাৰা প্ৰজেক্ট কৰা, গৰমৰ দিনৰ মেঘ নোহোৱা মুকলি আকাশৰ ছবি। অলেখ তৰাৰে তৰালী নিশাৰ আকাশৰ তলতে বহি থকা যেন লাগে। চাৰিওপিনে পৃথিৱীৰ বিভিন্নদেশৰ প্ৰতিকৃতিবোৰ দেখুৱা হৈছে। মহাকাষৰ বিভিন্ন তৰা, নক্ষত্ৰৰ অৱস্থান আদি প্ৰজেক্টৰৰ সহায়ত বুজাওতা জনে বুজাই গৈছে। তাত থকা চকীবোৰ এনেকৈ সজাইছে আৰু ঘৰটো এয়াৰকণ্ডিচন কৰি থৈছে যে বহিলেই আৰাম লাগি যায়। মহাকাশৰ কথা বুজাই থাকোতে মোৰ টোপনি গ'ল। মাজতে সাৰ পাই দেখিলোঁ তেতিয়া এমেৰিকা আৰু ৰাচিয়াৰ মহাশূন্য ভ্ৰমণৰ কথা ৰকেট আদি গৈ থকা দেখিলোঁ।



এই প্ৰজেক্টৰটোত ২৯ হেজাৰ অংশ আছে। এই আধুনিক প্ৰজেক্টৰটোৰ দ্বাৰাই সকলো দেখুৱাই। সাগৰৰ জাহাজৰ নাবিক, এৰোপ্লেনৰ পাইলট আৰু মৰুভূমি ভ্ৰমণকাৰীয়ে বিভিন্ন ধৰণে দেখা, অনুসন্ধান কৰা, মানচিত্ৰ তৈয়াৰ কৰা, মহাকাশৰ বিভিন্ন তৰা-গ্ৰহৰ অৱস্থিতি আদি দেখুৱালে। ৪২টা উজ্বল তৰাৰ অৱস্থিতি গতি উজ্বলতা, বং আদি দেখুৱালে। তাৰে ভিতৰত ৰঙচুৱা বৃহৎ তৰা কেইটা এলদিবাৰেণ, বিটিলগিউছ, এন্টাৰাচ আৰু হালধীয়া ৰঙৰ বৃহৎ তৰা আৰ্কতুৰাচ। আৰু তিনিটা নতুন তৰাৰ বাবে তিনিটা প্ৰজেক্টৰৰ ব্যৱস্থা কৰিছে। এইবোৰ থিক সময়ত একেখন মুধতে একে সময়তে প্ৰজেক্সন কৰে। তাৰোপৰি আমি খালী চকুৰে দেখা প্ৰায় ৮,৮৫০টা তৰা আৰু হাতীপটিও দেখিলোঁ।

ইয়াৰ ওপৰিও আমাৰ পৃথিৱীৰ ওচৰত থকা আন আন গ্ৰহৰ লগত থকা আমাৰ সম্বন্ধ, গতিপথ আনকি কিছুমান কাল্পনিক মহাকাশযান কেনেকৈ শনিগ্ৰহৰ চাৰিওফালে থকা ঘূৰণীয়া বৃত্তৰ মাজত সোমাল তাকো দেখুৱালে।

এই প্লেনাটৰিয়মটোত খৃষ্ট জন্মৰ পৰা দুহেজাৰ বছৰলৈকে বিভিন্ন সময়ত হোৱা মহাকাশত তৰা আৰু গ্ৰহপুঞ্জৰ অৱস্থান গতি-বিধি হিচাব কৰি ৰাখিছে আৰু তাৰ পৰা জ্যোতিৰ্বিদ সকলৰ, মহাকাশ অধ্যয়নত থকা বিজ্ঞানীসকলৰ বিশেষ উপকাৰ হৈছে।

আমাৰ দৰে সাধাৰণ মানুহেও এই প্লেনাটৰিয়মৰ পৰা জ্যোতি-বিজ্ঞানৰ যথেষ্ট কথা শিকিব পাৰো। আমাৰ অসমতো অসম চাইন্স ছোচাইটিয়ে গুৱাহাটীত এটা বৃহৎ চাইন্স কমপ্লেক্স তৈয়াৰ কৰিব খুজিছে। তাতো প্লেনাটৰিয়মৰ ব্যৱস্থা হব বুলি জনা গৈছে। দেশৰ প্ৰতি, জাতিৰ প্ৰতি মহৎ কাম কৰিম বুলি প্ৰতিজ্ঞাবদ্ধ এই বিজ্ঞানীসকলে নিষ্ঠা আৰু সততাৰে কৰিম বুলিলে আমাৰ অসমতো সুন্দৰ সুন্দৰ চাইন্স কমপ্লেক্স, প্লেনাটৰিয়ম আৰু নতুন নতুন অত্যাধুনিক বিজ্ঞানাগাৰৰ সৃষ্টি হব। দেশৰ নতুন যুৱকেও দেশতে থাকি বিভিন্ন

দিশত আগবাঢ়ি যাব পাৰিব। বিজ্ঞানৰ শেহতীয়া তথ্যপাতিৰ ওপৰত গৱেষণা কৰিব পাৰিব। নতুন তথ্য আদি আৱিস্কাৰ কৰিব পাৰিব বুলি আমি নিশ্চয় আশা কৰিব পাৰো।



এইয়া লণ্ডনৰ অক্সফোৰ্ড ষ্ট্ৰীটৰ ছবি। লণ্ডনৰ অক্সফোৰ্ড ষ্ট্ৰীটত ফুৰিলে আপুনি ভাৰতৰে কোনোবা মহানগৰীত ফুৰিব যোৱা যেন লাগিব। তাত ভাৰতীয়, পাকিস্তানী, শ্ৰীলঙ্কা, আফ্ৰিকা মহাদেশৰ মানুহহে বেচি দেখা যায়। বহুতো ভাৰতীয় বিশেষকৈ গুজৰাটী মানুহৰ ডিপাৰ্টমেণ্টেল ষ্টোৰ দেখা পালোঁ। বহুতো ভাৰতীয় হোটেল আৰু ৰেষ্টুৰেণ্ট আছে! আমি কেইদিন মান ভাৰতীয় হোটেলতো আহাৰ খাইছিলোঁ। তাৰে ২৬ নম্বৰ ডেনমাৰ্ক ষ্ট্ৰীটত থকা বোম্বে অৰিয়েণ্টেল ৰেষ্টুৰেণ্টৰ সাতগঞা বঙালী মালিকজনে কেনেকৈ জাহাজৰ খালাচীহে লণ্ডন পাই কিছুদিন লণ্ডনত থাকি পিচত হোটেল ব্যৱসায়ত লাগিল তাৰে বৰ্ণনা দিছিল। তেওঁ পিচত আমাক মিঠা পান চুপাৰীও দিছিল। লণ্ডনত পৃথিৱীৰ যিকোনো দেশৰে বস্তু পোৱা যায়।



এখন সৰু ৰেষ্টুৰেণ্টত ভাৰতীয় শিংৰাও সজাই থোৱা দেখা পালোঁ।

ডাঙৰ ডাঙৰ ডিপাৰ্টমেণ্টেল ষ্টোৰৰ ওপৰ মহলাত উঠিবৰ কাৰণে এচ্‌কেলেটৰ (চলন্ত চিৰি) বহুতো দেখিছোঁ। আমাৰ বিদেশ ভ্ৰমণৰ বাবে আৰু মাত্ৰ এখন ঠাই থকা বাবে আমি লণ্ডনতে অলপ বজাৰ কৰো বুলি কেইবাখনো ডিপাৰ্টমেণ্টেল ষ্টোৰ ঘূৰি ফুৰি কেইপদমান বস্তু কিনিছিলোঁ। সেই ষ্টোৰবোৰ পৰিপাটিকৈ সজোৱাৰ ওপৰিও নানাধৰণৰ বস্তু বেলেগ বেলেগ ভাগত এনেদৰে সজাই থৈছে যে আপুনি এবিধ বা দুবিধ বস্তু আনিবলৈ গৈ গোটেইখন ষ্টোৰ টহলিং কৰিব নালাগে। যিবোৰ সজাই-পৰাই থোৱা আছে— আপুনি তাৰ পৰা লৈ কাউণ্টাৰত জমা দিলেই পেকেটতো হ'ব আৰু কেছমেমো খনো হ'ব, মাত্ৰ মূল্যখিনি দিলেই হ'ল। কিছুমান ষ্টোৰত আকৌ কাউণ্টাৰত বস্তু জমা দিয়াৰ লগে লগে আপোনাৰ ভিজিটিং কাৰ্ডখন দিয়ক আৰু বস্তুৰ মূল্য দিয়ক, সামান্য মূল্য বেলেগে লৈ সময়মতে ষ্টোৰৰ নিজা গাড়ীৰে গৈ আপোনাৰ ঘৰত আপুনি মূল্য দি অহা বস্তুবোৰ দি আহিবগৈ।

এদিন এখন ডিপাৰ্টমেণ্টেল ষ্টোৰত সোমাব খোজতে এজন মানুহে বগা লাথি এডাল আৰু কুকুৰ এটাৰ চেইনত ধৰি আমাৰ কাষেৰে সোমাল। কুকুৰটোৱে আগে আগে নি মানুহজনক এখন এচকেলেটৰত উঠাই দিলে আৰু কুকুৰটোৱে জাপ মাৰি তাতে উঠি ল'লে। পোন্ধৰ মিনিটমান পিচত মানুহজনে পিঠিত ল'ব পৰা বেগ এটাত কেইটামান পেকেট লৈ কুকুৰটোৰ লগতে নামি আহিছে। পিছত গম পালোঁ মানুহজন অন্ধ। কুকুৰেই তেওঁৰ একমাত্ৰ সাৰথি-হৈ লৈ ফুৰিছে। বেচিকৈ বস্তু কিনিব লাগিলে সৰু সৰু তাঁৰৰ ট্ৰলীত বস্তুবোৰ ভৰাই আনি কেচ কাউণ্টাৰত জমা দিব পাৰি। বিদেশত বেচি ভাগ মতা-তিৰোতাই নিজে নিজৰ সকলো বস্তু কঢ়িয়ায়। আমাৰ দেশৰ দৰে লাজ কৰা বা চাকৰ-বাকৰক লগত নিয়া নেদেখিলোঁ। বোধকৰো সেইবোৰৰ ব্যৱস্থাও নাই।



এইয়া লণ্ডন মহানগৰীৰ ৰাজপথত "হৰে-কৃষ্ণ হৰে-ৰাম" গায় তাল-খোল লৈ চাহাবৰ দল এটা দেখিলোঁ। তেওঁলোক ভক্তিবেদান্ত স্বামী প্ৰভুপদৰ শিষ্য। লণ্ডন আৰু পৃথিৱীৰ আন আন মহানগৰীত এওঁলোকৰ শাখা আছে। লণ্ডনত ১৯৬৬ চনতে প্ৰতিষ্ঠা হৈছিল এই অনুষ্ঠান। দিনে দিনে আন ধৰ্মৰ মানুহ এই "ইণ্টাৰনেচনেল ছোচাইটি ফৰ কৃষ্ণ কন্‌চিয়াচ্‌নেছ"ৰ প্ৰতি আকৃষ্ট হৈ আহিব ধৰিছে। শ্ৰীমদ্‌ভগৱদ্ গীতাখন এওঁলোকে নানা ভাষাত অনুবাদ কৰিছে। তাত মূল সংস্কৃত শ্লোকবোৰৰ উজু অনুবাদ আৰু ৰঙীন ছবিও সন্নিবিষ্ট কৰিছে। যাৰ কাৰণে পৃথিৱীৰ নানা দেশৰ মানুহে ভাৰতীয় হিন্দুধৰ্মৰ গুঢ়তত্ত্ব ভালদৰে উপলব্ধি কৰিব পাৰিছে। এতিয়া সেয়ে ভাৰতবাসীৰ তুলনাত আন আন দেশৰ মানুহে গীতা, মহাভাৰত, ৰামায়ণৰ কথা ভালদৰে জানে। হিন্দুধৰ্মৰ কথা ভাৰতীয় হিন্দু এজনতকৈয়ো বিদেশী এজনে ভালদৰে জানে আৰু ক'ব পাৰে।



সেইদৰে 'হৰে-কৃষ্ণ হৰে-ৰাম' কৈ গান গায় আমাৰ ওচৰ পাওঁতে এজনে আহি মোক তেওঁলোকৰ **BACK TO GODHEAD** নামৰ আলোচনী খন যাচিলে আৰু ৫০ পেঞ্চত মই সেইখন কিনি লৈ ময়ো ভাৰতৰ পৰা যোৱা হিন্দু বুলি কোৱাত আৰু মোৰ দেউতায়ো শ্ৰীমদ্‌ভগবদ্‌গীতাখন অসমীয়াত অনুবাদ কৰা বুলি কোৱাত মোক বহুতো ধন্যবাদ দিলে আৰু হেণ্ডচেক্ কৰি গান গায় গায় আঁতৰি গ'ল।

লণ্ডনৰ আন এটা আকৰ্ষনীয় বস্তু হ'ল মাটিৰ তলৰ ৰেলগাড়ী বা টিউব ট্ৰেইন। লণ্ডন পোৱাৰ চতুৰ্থ দিনা আমি মানে মই, প্ৰভা, ধীৰেণ, বীণা আৰু ইৰাণী বাইদেউৰে খোজ কাঢ়ি টেমচ্ নদীৰ কেইবাখনো দলং পাৰ হৈ ফুৰি ফুৰি আমি থকা হোটেলৰ পৰা বহুদূৰৰ পালোঁগৈ। পিচত উভতি আহিবৰ বাবে কোনখন বাছত উঠিলে ভাল হ'ব বুলি ওচৰতে থকা পুলিচজনক সোধাত, তেওঁ ক'লে— বাছত বহুতো ল'ব, আপোনালোকে টিউবত যাওঁক। সেইবুলি ষ্টেচনতো দেখুৱাই দিলে আৰু ক'লে আপোনালোকে চেৰিংক্ৰচ ষ্টেচনত নামিলে আপোনালোকৰ হোটেলতো ওচৰতে পাব। আমি ধন্যবাদদি টিউবত উঠিব গলোঁ। টিউব ট্ৰেইন মাটিৰ তলেৰে চলা ৰেল গাড়ী। মাটিৰ তলতে সুন্দৰ ষ্টেচন আছে। লণ্ডনৰ এই টিউব ৰেলৰ মুঠ ২৭৪ টা ষ্টেচন আছে। এই ৰেল টেমচ্ নৈৰ তলেৰে গৈ আনটো পাৰ ওলাইছেগৈ। কেই চেণ্ট মানৰ মূল্য দিলেই আপুনি য'লৈকে ইচ্ছা যাব পাৰে। তালৈ যাবলৈ দূৰত্ব বেচি-কম বুলি ভাৰা নলয়। এচ্‌কেলেটৰৰ জৰীয়তে ওপৰলৈ উঠা-নমা কৰিব পাৰে। নতুবা চিৰিয়েদিও যাব পাৰে। প্ৰতিটো ষ্টেচনত কোনফালে কোন ষ্টেচনবোৰ আছে তাৰো ডাঙৰ ডাঙৰ বোৰ্ড আছে। মানে সোঁহাতলৈ যোৱা ৰেলত উঠিলে কোন কোন ষ্টেচন পাব, বাওঁফালে যোৱা ৰেলত উঠিলে কোন কোন ষ্টেচন পাব তাক সুন্দৰকৈ লিখি থৈছে। ৰেলগাড়ীবোৰ ইলেকট্ৰিকত চলে। গাড়ীখন অহাৰ আগে আগে

বেচ বতাহ আহে। ডবাৰ ভিতৰতে লাইটেৰে ষ্টেচনবোৰ জনাই থাকে, ইয়াৰ পিচত আমি কোন ষ্টেচন পাম। সেয়ে আমি এদিনীয়া মানুহৰ কাৰণেও একো অসুবিধা পোৱা নাছিলোঁ। তাৰ পিছত আমি কেইবাদিনো টিউবযোগে নানা ঠাই চালোঁ। এদিন প্ৰভাৰ হাতৰ পৰা টিকটটো ক'ববাত পৰিল। গেটত থকা মহিলা গৰাকীক কথাতো কোৱাত হাঁহি হাঁহি যাবলৈ ক'লে।



এইয়া লণ্ডনৰ বিখ্যাত হেইথ্ৰ এয়াৰ পোৰ্ট। ইউৰোপৰ দ্বিতীয় আৰু গ্ৰেট বৃটেইনৰ প্ৰথম ব্যস্ত এয়াৰ পোৰ্ট। নানা দেশৰ প্ৰকাণ্ড প্ৰকাণ্ড বোয়িং জেট, জাম্বুজেট প্লেনবোৰ পৰি থকা দেখিলেই বুজিব ইয়াৰ ব্যস্ততাৰ কথা। পৃথিৱীৰ সকলো দেশৰ বিভিন্ন এয়াৰ লাইনচৰ লণ্ডন হেইথ্ৰ এয়াৰপোৰ্টৰ লগত সম্বন্ধ। এই এয়াৰপোৰ্টটোত আধুনিক বিমানবোৰ দেখি এই বিমানৰ জন্মৰ ইতিহাসলৈ মোৰ মনত



পৰি গ'ল। কিদৰে প্ৰথম মহাসমৰৰ থিক পিচতেই, যিবোৰ মিলিটাৰী প্লেনে সৈন্য আৰু মালবস্তু কঢ়িয়াইছিল সেইবোৰ প্লেনেৰে কেনেকৈ মানুহ কঢ়িয়ালে। সেইসময়ত অৰ্থাৎ ১৯১৯ চনৰ ৫ ফেব্ৰুৱাৰীৰ দিনা প্ৰথম যাত্ৰীবাহী বিমানৰ চলাচল আৰম্ভ হয়। সেইসময়ত জাৰ্মান ডাটচ্ লুফ ৰিডিয়াৰী নামৰ কোম্পানী এটাই বাৰ্লিন, লিপ-জিগ্ আৰু উইমাৰ নামৰ চহৰ কেইখনৰ মাজত যাত্ৰীলৈ অহা-যোৱা আৰম্ভ কৰিলে। সেই বছৰৰে ৮ ফেব্ৰুৱাৰীৰ দিনা ফ্ৰেঞ্চ ফাৰমেন নামৰ আন কোম্পানী এটাই পেৰিচ আৰু লণ্ডনৰ মাজত গোলিয়াথ নামৰ প্ৰথম মহাসমৰৰ বোম্বাৰ প্লেনেৰে যাত্ৰী কঢ়িওৱাত লাগিল।



১৯১৯ চনৰ ২৫ আগষ্ট তাৰিখে এই হেভিলেণ্ড নামৰ বোম্বাৰ বিমানেৰে লণ্ডনৰ হাউন্সলোৰ পৰা পেৰিচৰ লা বোৰগেট নামৰ চহৰলৈ পৃথিৱীৰ প্ৰথম ব্যৱসায়ীক ভিত্তিত যাত্ৰীৰ চলা-চল আৰম্ভ হয়। সময় লৈছিল দুঘণ্টা ত্ৰিচমিনিট। সেই সময়ত লণ্ডনৰ পৰা পেৰিচলৈ এজনৰ ভাৰা আছিল ২১ পাউণ্ড। ২৫ আগষ্ট তাৰিখে হেনলী পেজ এণ্ড কোম্পানী নামৰ আন এটা কোম্পানীয়ে পেৰিচৰ পৰা ক্ৰিক্লীউড নামৰ ঠাইলৈ বোম্বাৰ প্লেনেৰে যাত্ৰী অনা-নিয়া কামত লাগিল। সেয়ে ১৯১৯ চনতো দৰাচলতে পৰিবহন বিমানৰ জন্ম বছৰ বুলি ক'ব পাৰি।

১৯২৪ চনত কে-এল-এম, চুইদিচ ইম্পিৰিয়েল এয়াৰওৱেজ আদিৰ জন্ম হয়। ১৯২৭ চনতহে ইউনাইটেড ষ্টেটচ্ত বিমান পৰিবহণৰ ব্যৱস্থা আৰম্ভ হয়।



এইয়া গ্ৰেট বৃটেইন আৰু ফ্ৰাঞ্চৰ যুটিয়া পৰিকল্পনাত তৈয়াৰ কৰা আধুনিক চুপাৰচনিক 'কনকৰ্ড' নামৰ এৰোপ্লেনৰ ছবি।

আজিৰ এই আধুনিক চুপাৰচনিক বিমানেৰে পৃথিৱীৰ চাৰিচুক সামৰি বিশাল পৃথিৱীৰ দূৰত্ব কমাই সৰু কৰি পেলালে। এই ৬০ বছৰতে মানুহে বিজ্ঞানৰ সহায়েৰে কিযে নকৰিলে আৰু কিযে নকৰিব কল্পনা কৰাই টান। এই সকলোবোৰ যে ভগবানৰে অপুৰ্ব্ব সৃষ্টি আৰু তেওঁৰেই দান তাক অকমান চিন্তা কৰিলেই অনুভৱ কৰিব পাৰি।

ইংলেণ্ডৰ হেইথ্ৰ এয়াৰ পোৰ্টৰ পৰা স্কাণ্ডিনেভিয়ান বিমানেৰে উৰামাৰি আমি ডেনমাৰ্কৰ ৰাজধানী কোপেনহেগেনলৈ যাত্ৰা কৰিলোঁ।





ডেনমাৰ্কৰ লগত নৰৱে, চুইডেন আৰু ফিনলেণ্ডৰ সম্পৰ্ক অতি ওচৰ। সেয়ে এই চাৰিখন দেশৰ মাজত পাচপোৰ্টৰ কোনো ব্যৱস্থা নাই আৰু চাৰিওখন দেশৰ মানুহে যিখন ইচ্ছা দেশতে চাকৰি কৰিব পাৰে। সৰু সৰু দেশ, সেয়ে লগ লাগি নাথাকিলে উপায়ো নাই, উন্নতিও নাই। এই কেইখন দেশকে স্কাণ্ডিনেভিয়া বুলিও কয়। ই গ্ৰেট বৃটেইনৰ উত্তৰ পুৱত।

ডেনমাৰ্কৰ ৰাজধানী কোপেনহেগেন। বেল্টিক সাগৰৰ পাৰত এখন সমৃদ্ধিশালী নগৰী। কোপেনহেগেনত আঠটা প্ৰাইভেট আৰু দুটা চৰকাৰী থিয়েটাৰৰ দল আছে। সেই থিয়েটাৰবোৰত নানাধৰণৰ থিয়েটাৰ, পৌৰাণিক কাহিনী আৰু বেলে নৃত্য আদি হৈ থাকে।

ৰয়েল ডেনিচ বেলে নৃত্যৰ পৃথিৱীত বৰ নাম আছে আৰু সেয়ে ডেনিচবাসীয়ে ৰয়েল বেলে নৃত্যকলৈ গৌৰব কৰে।

বহুতো দ্বীপৰ সমষ্টিৰে ডেনমাৰ্ক গঠিত। বেচিভাগ নগৰত বাসকৰা মানুহৰে ওচৰ গাওঁঅঞ্চলত নিজা নিজা সুন্দৰ ঘৰ একোখন আছে। বন্ধৰ দিনত পৰিয়ালৰ আটায়ে এই ঘৰলৈ গৈ শান্তিৰ পৰিবেশ উপভোগ কৰে আৰু খেতিবাতিৰ ফালেও মনযোগ দিয়ে।

হেনচ্ খৃষ্টিয়ান এণ্ডাৰচন তেওঁলোকৰ জাতীয় সাহিত্যিক। সাহিত্যত নোবেল বঁটা পোৱা কেইবাগৰাকীও লিখক আছে। কোপেনহেগেনৰ দুটা বিখ্যাত মদ তৈয়াৰ কৰোতা কাৰখানাই তেওঁলোকৰ লাভৰ অংশৰ এটা বৃজন পৰিমান, শিল্পী আৰু বিজ্ঞানীৰ বাবে খৰছ কৰে। আমাৰ দেশৰ মোহন-মেকেনজী আদিৰ দৰে মদ তৈয়াৰ কৰোতা বা মদৰ মহলদাৰে কোটি কোটি টকা লাভ কৰে। কিন্তু কোনোবা এজনে এইদৰে দেশসেৱাৰ নামত শিল্পী-সাহিত্যিক-বিজ্ঞানীৰ নামত কিবা দান-অবিহণা বা আন কিবা সহায় কৰিছেনে নে নাই জনা নাযায়।

তেওঁলোকৰ ব্যৱসায়ীয়ে বিদেশী এজনৰ লগত কথা পতাৰ সুবিধা পালেই কয়— আপুনি চাওঁক, আমি এখন সৰু দেশ, ৰাছিয়া বা এমেৰিকানৰ দৰে গধুৰ যন্ত্ৰ-পাতি বা বৃহৎ উদ্যোগ আমি কৰিব নোৱাৰোঁ, কিন্তু আমি সৰু সৰু অতি নিখুট যন্ত্ৰ-পাতি, ৰেডিঅ', টেলিভিচন, ইলেক্ট্ৰনিক্সৰ অংশ, চাৰ্জিকেল যন্ত্ৰ-পাতি, ধুনীয়া কাঠৰ বিভিন্ন সা-সৰঞ্জাম তৈয়াৰ কৰো, সৰু সৰু মেচিন, মেচিন টুলছো তৈয়াৰ কৰো। নতুন কৌশলৰ কাৰিকৰী আৰু বিজ্ঞানীৰ বস্তু তৈয়াৰ কৰোঁ।

আধুনিক শিক্ষা, কাৰিকৰী শিক্ষা, বিজ্ঞানত আগবঢ়া যদিও প্ৰতিজন নাগৰিক সিমান সুখী নহয় যেন লাগে। সেয়ে তেওঁলোকে কয় "We have now arrived at the point where we think life is chiefly a preparation for old age."



ইয়াৰ কাৰণ হৈছে, তেওঁলোকৰ মানে বেচিভাগ ইউৰোপীয় দেশৰ সমাজ ব্যৱস্থা আমাৰ দৰে নহয়। সন্তানৰ ১৮ বছৰ বয়স হলেই সিহঁত সম্পূৰ্ণ স্বাধীন হয়। মানে সিহঁতৰ প্ৰতি মাক-দেউতাকৰ আৰু মাক-দেউতাকৰ প্ৰতি সন্তানৰ কোনো দায়িত্ব নাথাকে। সেয়ে ওঠৰ বছৰৰ ল'ৰা ছোৱালী বেচি ভাগেই নিজাকৈ জীৱন নিৰ্ব্বাহৰ পথ বিচাৰি লয় আৰু মাক-দেউতাকেও ল'ৰা-ছোৱালীক ওঠৰ বছৰলৈকেহে সকলো খৰছ কৰে। পিছত নিজৰ নিজৰ জীৱনৰ বৃদ্ধ অৱস্থাৰ বাবে সঞ্চয়ৰ ব্যৱস্থা কৰে। আমাৰ দেশৰ দৰে বৃদ্ধ পিতা-মাতাৰ দায়িত্ব ল'ৰা-ছোৱালীৰ নাই আৰু ল'ৰা-ছোৱালীৰ ভবিষ্যতৰ দায়িত্বও মাক-দেউতাকৰ নাই। তদুপৰি সেইবোৰ দেশত থকা ডিভোৰ্চৰ ব্যৱস্থাই সামাজিক সুখ-শান্তি খিনিও নাইকীয়া কৰি পেলাইছে। সেইবোৰ দেশত বৃদ্ধ পিতা-মাতাই নিজৰ ঘৰতে নতুবা ওল্ড এজ্ হোমতে টেলিভিচন আদি চাই মৃত্যুৰ ক্ষণ গণি থাকে। তদুপৰি নিজৰ নিজৰ কবৰৰ ঠাই ডোখৰো আগধৰি চাইচিতি তাৰ বাবে সামান্য ভাৰাও দি থাকিব লাগে। আজি-কালি বহুতো ইউৰোপীয় দেশ, বিশেষকৈ নেডাৰলেণ্ডত আমাৰ দৰে মৃতদেহ পোৰাৰ ব্যৱস্থা কৰিছে, নহলে কবৰৰ বাবে মাটীৰ আকাল হৈছে হেনো। ল'ৰা-ছোৱালীহঁতে বছৰেকত দুবাৰ এবাৰ আৰু কেতিয়াবা বৰদিনৰ বন্ধত আহি মাক-দেউতাকক দেখা-সাক্ষাৎ কৰে বা কিছু বস্তু খুৱাই থৈ যায়। সেইবোৰ দেখি-শুনি আজি-কালি আমাৰ অসমৰ যিসকল ডেকা বিদেশত আছে সেই সকলে অসমলৈ আহি অসমীয়া ছোৱালী বিয়া কৰাই নিয়া কৰিছে। ই বৰ ভাল লক্ষণ।

ডেনমাৰ্কৰ প্ৰাকৃতিক সৌন্দৰ্য্য স্কাণ্ডিনেভিয়ান দেশ কেইখনৰ ভিতৰতে অতুলনীয়। সেউজীয়া পৰিবেশ, জান-জুৰিৰে এখন সুন্দৰ দেশ। সৌন্দৰ্য্যৰ ফালৰ পৰা চুইজাৰলেণ্ডৰ পিছতে যেন লাগে। সেই সৌন্দৰ্য্য দুগুণে ফুটাই তুলিছে বগা ৰঙৰ খেতিয়কৰ ঘৰ আৰু গীৰ্জাবোৰে। তাৰ মাজে মাজে ৰঙা-বগা গৰুবোৰ আৰু ফুলনিবোৰে।

খৃঃ জন্ম ৮ শতিকাৰে পৰা ৰজাৰ শাসনত চলা ডেনমাৰ্ক ইউৰোপৰ পুৰণি আৰু ৪৯৩ টা সৰু সৰু দ্বীপৰ সমষ্টিৰে এখন উন্নত দেশ। একেবাৰে ওখ পাহাৰখনৰ উচ্চতা হ'ল সাগৰৰ পিঠিৰ পৰা ছশ ফুট। সাগৰেই অহা-যোৱাৰ ঘাই পথ। যি পথেৰে সকলোবোৰ দ্বীপলৈ অহা-যোৱা কৰিব পাৰি।

আমি যেতিয়া স্কাণ্ডিনেভিয়ান এয়াৰ চাৰ্ভিচত গৈ কোপেনহেগেন পাওঁ তেতিয়া প্লেনখনে যেন পোনে পোনে সাগৰতহে পৰিব তেনে লাগিল। কাৰণ এয়াৰপোৰ্টটো সাগৰৰ পাৰতে। ডেনমাৰ্কৰ ডুখন দলং পৃথিৱী বিখ্যাত। এখনৰ দীঘ হ'ল ১০,৫৩৪ ফুট, ই জিয়ালেণ্ড আৰু ফেলষ্টাৰৰ মাজত অৱস্থিত। আনখনৰ দীঘ ৩৮৬০ ফুট, ই জুটলেণ্ড আৰু ফাইন নামৰ দ্বীপক সংযোগ কৰিছে।

ত্ৰিভোলী কোপেনহেগেনৰ মাজ মজিয়াত থকা এখন চাবলগীয়া আটক ধুনীয়া আমোদ-প্ৰমোদৰ উদ্যান। নিশা নানাধৰণৰ লাইটেৰে ইয়াক সজায় তোলা হয়। বাৰশ শতিকাৰে পৰা কোপেনহেগেনতে ৰাজপ্ৰাসাদ আছে। কোপেনহেগেন স্কাণ্ডিনেভিয়ান আটাইকেইখন দেশৰ ভিতৰতে ব্যৱসায়-বাণিজ্যত আগবঢ়া। বেচি ৰপ্তানিৰ কাৰণ সমূহ হ'ল, তেওঁলোকৰ সামগ্ৰীবোৰ উচ্চগুণ মান বিশিষ্ট আৰু দ্বিতীয়তে তেওঁলোকৰ সাগৰীয় বন্দৰৰ আধুনিক ব্যৱস্থা।

আজি আমাৰ অসমবো সেইদৰে সাগৰৰ বন্দৰৰ সুবিধা থকা হলে আমিও কেতিয়াবাই পৃথিৱীৰ আন আন উন্নত দেশৰ দৰে আগবাঢ়ি যাব পাৰিলোহেঁতেন।

অসমীয়া জাতিটোৰ ওপৰত থকা ঈশ্বৰৰ অভিশাপৰ কাৰণেই বোধকৰোঁ আজি আমাৰ এই দুৰাৱস্থা। আমাৰ কি নাছিল তেল, কয়লা, চাহ, কাঠ আৰু কত মূল্যবান খনিজ পদাৰ্থৰে ভৰপুৰ এই সোণৰ অসমত জন্ম লৈয়ো আজি অসমীয়াই জীয়াই থাকিবলৈ দুবেলা দুমুঠিৰ কাৰণে পৰৰ মুখলৈ চাবলগা হৈছে। আমাৰ এনেকুৱা এটা অৱস্থা হৈছে যে এজন নীষ্টাবান, সৎচৰিত্ৰবান দেশনেতাও



নাইকীয়া হ'ল। এতিয়াৰ স্বাৰ্থপৰ অসৎ প্ৰকৃতিৰ কিছুমানৰ দ্বাৰা এটা জাতি গঢ়ি উঠিবনে? দেশবাসীয়ে নেতা গঢ়িব লাগে নে টকা-পইচা খৰছ কৰিব পৰা জনকহে আমি নেতা নিৰ্ব্বাচন কৰিব লাগে? আচল কথাৰ পৰা বহুতুৰ আঁতৰি আহিলোঁ—ক্ষমা কৰিব নিশ্চয়।



সেইদিনা দুপৰীয়া আমি কেইজনমানে ডেনমাৰ্কৰ চিৰিয়াখানা চাবলৈ গলো। তাত থকা বগা ভালুককেইটাইহে আমাক আকৃষ্ট কৰিছিল। সিহঁতৰ এটাই কান্ধত এটা বললৈ খেলা কৰি থকা দেখিলোঁ। আমি নেদেখা কোনো নতুন জীৱ-জন্তু আমাৰ চকুত নপৰিল। আমাৰ গুৱাহাটীৰ প্ৰাকৃতিক শোভাৰ মাজত প্ৰতিষ্ঠিত চিৰিয়াখানা চোৱাৰ পিচত সেইবোৰ দেশৰ চিৰিয়াখানাই আমাক সিমান আকৰ্ষণ কৰিব নোৱাৰিলে।

ডেনিচ সকলে তেওঁলোকৰ নগৰখনক চিটি অৱ বিউটিফুল টাৱাৰ্চ বুলি কয়। কিন্তু আমাৰ মনত তাতোকৈ বেছি, নানান পুৰণি আৰু নতুনৰ সংমিশ্ৰনেৰে গঠিত এক বিশাল মিউজিয়ম। অজস্ৰ ফুলনী, ল'ৰা-ছোৱালীৰ খেলা-ধূলাৰ ঠাইৰে এখন অতি সুন্দৰ নগৰ। অধিবাসী সকলৰ শতকৰা প্ৰায় ৪৩ ভাগেই কুটিৰ শিল্পত ব্যস্ত। ১৭৭৫ চনৰে পৰা চীনামাটীৰ বিভিন্ন বাচনৰ বাবে ডেনমাৰ্ক পৃথিৱী বিখ্যাত। গাখীৰ, মাখন আৰু চীজ বিদেশলৈ ৰপ্তানী কৰা এখন প্ৰধান দেশ। ওডেনছি নামৰ ঠাইত হেনচ্ এণ্ডাৰচনৰ জন্ম হোৱা ঘৰটো যেনে আছিল তেনে ৰাখি বৰ্ত্তমান মিউজিয়ামলৈ পৰিণত কৰি লৈছে।



দিনৰ ১০ মান বজাত আমি যেতিয়া টুৰিষ্ট বাছেৰে ফুৰিবলৈ বুলি বাছত উঠিবলৈ টাউন হলৰ মুকলি ঠাইখিনি পাওঁ, তেতিয়া এটা আচৰিত ধৰণৰ ঘটনা চকুত পৰিল। আচৰিত এই কাৰণেই কৈছো, যে ই আমাৰ দেশৰ সম্পূৰ্ণ ওলোটা।

টাউন হলৰ পৰা অলপ দূৰৈত এটা ৰাস্তাৰ ক্ৰচিঙত এফালৰ ৰাস্তাত গাড়ী চলি থকাৰ পিচতে যেতিয়া আনটো ৰাস্তাৰ সেউজীয়া লাইট জ্বলি উঠে তেতিয়া কেইচেকেণ্ড মানৰ ভিতৰতে দুখন সৰু সৰু গাড়ীৰ মাজত বিৰাট খুন্দা লাগে। খুন্দা খাই এখনে আনখনক বগৰাই দিলে। লগে লগে খুন্দিওৱাজন গাড়ীৰ পৰা ওলাই আহি বাগৰি যোৱা গাড়ীৰ একমাত্ৰ আৰোহী জনক তুলি আনি দুয়ো বাগৰি থকা গাড়ীখন থিয় কৰাই ফুটপাথৰ কাষতে থৈ যিজনে খুন্দিয়াইছিল তেওঁৰ গাড়ীত আনজনক বহুৱাই লৈ গুছি গ'ল। বোধকৰো হস্পিতাললৈ নতুবা ইঞ্চিওৰেঞ্চ কোম্পানীক খবৰ দিবলৈ। আচৰিত কথা ইমান শব্দ কৰি খুন্দিয়াই গাড়ী বগৰাই দিলে—কিন্তু কোনো মানুহে দৌৰী চাবলৈ যোৱা নাই। মানুহ দুজনক



আঙুৰি ধৰাও নাই। আমাৰ হ'লে ৰাস্তাৰ মাজতে দুয়োজনে কাৰ দোষ বিছাৰি চিঞঁৰ-বাখৰ বা মাৰপিতেই কৰিলেহেঁতেন আৰু বাটৰুৱাই সহানুভূতি দেখুৱাই ইচ্ ইচ্ কৰিবগৈ আঙুৰি ধৰিলেহেঁতেন। পুলিচ অহালৈ মানুহবোৰে তাতেই ৰাস্তা বন্ধ কৰি কথাৰ মহলা মাৰি থাকিলেহেঁতেন। এইবোৰ কথাত আচৰিত নালাগেনে ?

দেশ-বিদেশৰ নানা ভ্ৰমণকাৰীয়ে কোপেনহেগেনৰ লিটিল মাৰ-মেইড নামৰ মূৰ্ত্তিটোৰ কাষত নানান ভঙ্গীমাৰে ছবি উঠি গৰ্ব কৰে।



ছবিত একেবাৰে ওপৰত বহি থকা গৰাকীহে লিটিল মাৰমেইড। বাকীবোৰ জীৱন্ত সুন্দৰী। প্ৰায় ডেৰশ শতিকা আগতে হেনচ্ খৃষ্টিয়ান এণ্ডাৰচনে প্ৰথম এই গল্পটো লিখিছিল। সাগৰৰ ৰজাৰ কন্যা নীল সাগৰৰ বাজকাৰেঙত বাস কৰিছিল। এদিন সেই

ৰাজকন্যাই সাগৰৰ ওপৰলৈ উঠি আহোতে হঠাতে সাগৰৰ পাৰত মনমাৰি বহি থকা ধুনীয়া ৰাজকোৱঁৰ এজনক দেখা পাই প্ৰেমত পৰিল। সেই ৰাজকোৱঁৰজনে সাগৰত জাহাজ ডুবা কাৰণে পাৰ পাই মনৰ দুখতে বহি আছিল। সেই ৰাজকোৱঁৰক ওচৰতে পাৰলৈ মৎস্যকন্যাই নিজৰ মন্ত্ৰৰ দ্বাৰাই তেওঁৰ দেহৰ তলৰ অংশত থকা মাছৰ ফিচাৰ পৰিবৰ্ত্তে মানুহৰ ভৰি কৰি ল'লে আৰু পাৰতে দুখকৰি বহি থকা ৰাজকোৱঁৰক লগ ধৰিলে। ৰাজকোঁৱৰে মৎস্যকন্যাক কথা দিও আন এজনী ৰাজকন্যাক বিয়া কৰালে। বহুদিনলৈ মৎস্যকন্যাই ৰাজকোঁৱৰলৈ সেইদৰে শিলটোৰ ওপৰত বহি অপেক্ষা কৰিছিল। পিছত তেওঁ আকৌ সাগৰলৈ উভতি গ'ল আৰু সাগৰৰ ঢৌ, ফেন আৰু বতাহলৈ ৰূপান্তৰিত হ'ল। যদিও ৰাজকোঁৱৰে মৎস্যকন্যাক বিয়া নকৰালে তথাপিও মৎস্যকন্যাই নিজৰ শক্তিৰে সাগৰত ডুবা ল'ৰা-ছোৱালীক নিজৰ ঢৌৰে পাৰলৈ আনি দি মাক-দেউতাকক শান্তি দিয়ে। এই ৰূপকথাতো বহুবছৰ আগতে লিটিল মাৰমেইড বেলেট অৱ কোপেনহেগেনৰ দ্বাৰা পৰিবেশিত নৃত্যনাটিকা চাই ধনী সম্ভ্ৰান্তলোক কাৰ্ল জেকৰ চেনে ডেনমাৰ্কৰ সেই সময়ৰ প্ৰখ্যাত শিল্পী এড্‌ভাৰ্ড ইৰিকচেনক এই লিটিল মাৰমেইডৰ মূৰ্ত্তিটো সাজিব দিলে আৰু ১৯১৩ চনত তাক সমুদ্ৰবন্দৰত শিলৰ ওপৰত বহুৱাই বন্দৰৰ ফ্ৰালে ছোৱাকৈ সজাই থলে। ডেনমাৰ্কবাসীসকলোৱে বৰ ভাল পালে আৰু কিছুমানে ফুল দিয়ে, কিছুমানে ব্ৰেচিয়াৰ পিন্ধাই দিয়ে, জাহাজৰ নাবিক সকলে সাগৰত বিপদ নহবৰ বাবে প্ৰাৰ্থণা কৰে। কিছুমানে কোট পিন্ধাই থৈ যায়। দেশী-বিদেশী ভ্ৰমণকাৰীয়ে ফটো লয়। সেই লিটিল মাৰমেইডেই আজি কোপেনহেগেনৰ জাতীয় চিহ্ন।

সাগৰৰ পাৰত আমি কমলাৰঙৰ ৰং দিয়া কেইবাখনো জাহাজত ডাঙৰ ডাঙৰ খৰিৰ গছ বোজাই কৰা দেখিলোঁ। গাইডজনে ক'লে এইবোৰ খৰি উত্তৰমেৰুত বসবাস কৰা এস্কিমোসকলৰ বাবে নিছে। সেইবোৰ জাহাজত নানাধৰণৰ খাদ্য, তেল, খৰি আদি নিয়ে। বৰফৰ মাজত জাহাজবোৰ সহজে চিনিবলৈ কমলা ৰং দি লৈছে।



কোপেনহেগেনলৈ আহি হোটেল এৰচালনত আছিলোঁ। হোটেলৰ পৰা অলপদূৰ আহিয়েই ফুটপাথত দেখিলো এখন ফুলথকা মাৰ্ব্বল শিলৰ ঘূৰণীয়া টেবুল। তাৰ ওপৰতে কেৰাচিন তেল ভৰোৱা ডাঙৰ হাৰিকেন লেম্প এটা দিনতো জ্বলে ৰাতিও জ্বলে। কাষতে থকা ঘৰটোৰ বেৰত মদ ভৰোৱা কাঠৰ ড্ৰাম এটাৰ আধা ৰাস্তাৰ ফালে ওলাই আছে। টেবুলখনৰ কাষতে কাঠৰ দৰজা এখন। ভিতৰলৈ সোমাই গৈ দেখিলোঁ তাতো ঘূৰণীয়া কাঠৰ টেবুল কিছুমানৰ চাৰিওপিনে সাধাৰণ কাঠৰ চকী কিছুমান পৰা আছে। মাজতে একোটা হাৰিকেন লেম্প। ঘৰটোত আন সাজ-সজ্জা একো নাই। চকী আৰু টেবুলৰ কেট্‌কেট্ শব্দ হয়। আন ধৰণৰ লাইট নাই। সেইখন বাৰতে বহি আগৰ দিনত মানুহে মদ খাইছিল। আজিৰ আধুনিক ৰেস্তোৰাৰ দিনত মানুহৰ মনটোৱে অতীতলৈ যাব বিচাৰে—সেই জুহাল, মদৰ টেকেলী, চাহৰ টেকেলীৰ চাৰিওপিনে জুই পুওৱাৰ আনন্দ, আমেজ এতিয়াৰ আধুনিক ডেকা-গাভৰুৱে বিচাৰে। সেয়ে সেইবোৰ দেশত এই ধৰণৰ ৰেস্তোৰাৰ মূল্য বৰ বেচি।

এদিন আমিও আমাৰ হোটেল এৰচালনৰ দুৱাৰমুখতে থোৱা স্লট মেচিন এটা থকা সৰু কোঠা এটাত সোমালোঁ। কেইবাখনো পুৰণি কাঠৰ চকী। এখন চকীত বহোতে শ্ৰীঅনিল চৌধুৰী চকীৰ মাজেৰে সোমাই গ'ল। আমি ধৰি তুলিলোঁ। যিহওঁক কতো একো জখম নহল। তাত বহি আমি দুজনমানে মেচিনত মুদ্ৰা একোটা সুমুৱাই দি গৰম কফি খালোঁ। দুজনমানে বিয়েৰ খালে। সেই কোঠাটোত বহি সেই নিশা আমাৰ দলতোৰ বৰ আৰাম লাগিছিল, যেন নিজৰ ঘৰৰ জুহালৰ ওচৰত বহিহে আমি গল্প কৰিছোঁ। সেই বাৰখনৰ ওচৰতে কেইবাখনো দোকান দেখিলোঁ। তাত মাত্ৰ চেক্স বা যৌনসম্পৰ্কীয় নানাধৰণৰ নানা ভঙ্গিমাৰে ছবি থকা কিতাপ, ব্লু ফিল্ম আদিৰে ভৰপুৰ। তাত মাত্ৰ স্ত্ৰী-পুৰুষৰ বিভিন্ন যৌনঅনুৰাগ, যৌন ক্ৰিয়া সম্পৰ্কীয় ৰঙীণ ছবিৰ কিতাপ, ফটো আদিৰে ভৰাই থৈছে।

ভিতৰ সোমাই দেখিলোঁ, বিদেশী ভ্ৰমণকাৰীৰ দল। কিছুমানে বিভিন্ন আকাৰৰ নানা কিতাপ, ছবি কিনিছে। বুঢ়া মানুহ দুজনমানে খুব মনোযোগেৰে ছবি চাই কথা পাতি আছে। আমিও দুখনমান কিতাপ কিনিলোঁ। কিন্তু ব্লু ফিল্ম কিনিবলৈ মন নগ'ল। সেই দোকানবোৰৰ কাষতে থকা মুকলি উদ্যানত আকৌ তেওঁলোকৰ দেশৰ সৰু সৰু ল'ৰা-ছোৱালীয়েও উমলি আছে। তেওঁলোকৰ দেশত কোনো বাধা বা লাজ-মান কৰা দেখা নাপালোঁ। তেওঁলোকে এই প্ৰকৃতি-পুৰুষৰ যৌন আকৰ্ষণ, ক্ৰিয়া আদি ইমান সহজ ভাবে লৈছে যে ভাবিলে আচৰিত লাগে।

ৰাস্তাত কেইবাগৰাকী গাভৰুৱে কোটৰ বুকুত Sex Guide বুলি লিখি হাতত কিছুমান কাগজ লৈ থিয় হৈ গ্ৰাহকৰ বাবে অপেক্ষা কৰি থকা দেখিলোঁ। কোপেনহেগেনৰ কিছুমান যৌন সম্পৰ্কীয় কথা আৰু ছবি ইয়াত প্ৰকাশ কৰিলে এই ভ্ৰমণকাহিনী সকলোৰে বাবে নহব বুলি ভাবিয়েই প্ৰকাশ নকৰিলোঁ। যিবোৰ আমাৰ মনত লাজ কথা। সেয়ে কিতাপৰ সৌন্দৰ্য্য লাঘব হব বুলিয়েই সেইবোৰৰ পৰা আঁতৰি থাকিলোঁ।

পিচদিনা পুৱা নমান বজাত এয়াৰপোৰ্টলৈ আহি ভাৰতবৰ্ষলৈ বুলি এয়াৰ ইণ্ডিয়া যোগে ফ্ৰেঙ্কফুট এয়াৰপোৰ্ট পাওঁ। ফ্ৰেঙ্কফ্ৰুটৰ পৰা আমি এয়াৰ ইণ্ডিয়াৰ জাম্বুজেট যোগে বোম্বেলৈ অহাৰ কথা আছিল। পিচত লণ্ডনৰ পৰা এয়াৰ ইণ্ডিয়াৰ জাম্বুজেট আহি পোৱাত পলম হোৱাত নিউয়ৰ্কৰ পৰা অহা আন এখন জেট প্লেন যোগে আমি গোটেই নিশা প্লেনতে শুই আহি নিচেই পুৱাতে বোম্বেৰ চাণ্টাক্ৰুজ এয়াৰপোৰ্ট পালোঁ। ভাৰতৰ মাটীত ভৰি দিয়েই মনটো ভাল লাগি গ'ল। এয়াৰ ইণ্ডিয়াৰ খৰছত সেইদিনা আমাক ইষ্ট এণ্ড হোটেলত ৰাখিলে। সেইদিনা টেক্সীলৈ বোম্বেখন ঘূৰোতে লেতেৰা লেতেৰা যেন লাগি গ'ল। কলিকতাৰতো কথাই নাই। নিশা দহমান বজালৈকে বোম্বেখন চাই পুৱা পুনৰ কলিকতালৈ উৰা মাৰিলোঁ।